# আকৌ জোনাক আহে

[ উপন্যাস ]

শ্ৰীতিলক দাস

ওৰিয়েণ্টেল বুক কোম্পেনী
॥ গুৱাহাটী • অসম ॥

প্ৰথম প্ৰকাশ
আগষ্ট, ১৯৬৬

প্ৰকাশক
শ্ৰীদুৰ্গাপদ ৰায়চৌধুৰী
ওৰিয়েণ্টেল বুক কোম্পানী
গুৱাহাটী ॥

মুদ্ৰক
শ্ৰীসুব্ৰত ভট্টাচাৰ্য
শ্ৰীভূমি প্ৰেছ
৭৭, ধৰ্মতলা ষ্ট্ৰীট, কলিকতা-১৩ ॥



বেচ ২·৫০ টকা

উৎসৰ্গ

উপন্যাসিক বন্ধু
শ্ৰীহিতেশ ডেকাৰ
হাতত ।

## কৃতজ্ঞতা প্ৰকাশ

সাহিত্য-প্ৰকাশৰ নিচিনা মহান কাৰ্য্যত ব্ৰতী হোৱা "ওৰিয়েণ্টেল বুক কোম্পেনী"ৰ শ্ৰীদুৰ্গাপদ ৰায়চৌধুৰী, এম-কম্ মহোদয়ে আমাৰ এখনি নভেল প্ৰকাশ কৰিম বুলি গাত লোৱাত, এইখনিকেই তেখেতলৈ আগবঢ়োৱা হ'ল। আমাৰ প্ৰতি তেখেতে এইখিনি আদৰ আৰু আগ্ৰহ দেখুওৱাত, আমি তেখেতলৈ আমাৰ অন্তৰৰ কৃতজ্ঞতা জ্ঞাপন কৰিছো।

প্ৰেচৰ বাবে কিতাপৰ পাণ্ডুলিপি এটি লিখি উলিয়াই দিয়াত, নাগশঙ্কৰ-পাঠেককুৰী গাওঁৰ শ্ৰীমতী স্বৰ্ণলতা শইকীয়ালৈকেও আমি অন্তৰেৰে ধন্যবাদ জনাইছো। ইতি—

তেজপুৰ, দৰং। শ্ৰীতিলক দাস

৫।১১।৬২

## তিলক দাসৰ আন আন উপন্যাস

১। আৱতি

৪। জীৱনৰ গতি

৩। দুজন বেকাৰ

৪। শিল্পী

৫। আজিৰ সমাজ

৬। শিৱনাথৰ সংসাৰ

৭। জীৱন বুৰঞ্জীৰ দুটি পাত

৮। মিলনৰ পথ ৰুদ্ধ কৰি

৯। কত যুগ যায়

বিজুলি বাতিৰ আঁতৰত গছৰ ফাঁকেদি জোনাকৰ পোহৰ দেখা যায়। পোহৰখিনি বৰ ভাল লাগে। স্বাভাৱিক পোহৰ, কৃত্রিমতা নাই। বতাহত পাতবোৰ লৰি উঠিলে ছায়া আৰু পোহৰে যেন ধেমালিহে আৰম্ভ কৰিছে, এনে হেন লাগে।

"লৰা-ছোৱালী কেইটিৰ টোপনি আহিছে, বলক, অলপমান বাহিৰলৈ যাওঁ।"

"বলা, চমুকৈ এটি পাক মাৰি আহো।"

ৰূপম আৰু মদালসা ওলাই যায়। কাতিমাহ পৰিছেহি। গৰমো নাই আৰু বিশেষ জাৰো পৰা নাই। দিনবোৰ ভাল লগা হৈছে। দুয়ো গৈ সুৰু নদীখনৰ পাৰতেই পৰি থকা ডাঙৰ কাঠ এডোখৰৰ ওপৰতে বহিল।

"এনেকৈ বহিলে কলেজীয়া জীৱনৰ দিনবিলাকৰ কথা মনত পৰে। সেই বন্ধুবিলাক যে কোন কলৈ গ'ল!"

"আপোনালোকেতো কেতিয়াবা দুই এজনক অত ত'ত লগ পায়। আমাৰ বান্ধৱী সকলৰ কথা সপোন যেন লাগে।"

"এতিয়া কোনোবাই চিঠি দিলেও তোমালোকে বিৰক্তিহে পোৱা।"

মদালসাই সৰুকৈ হাঁহি এটি মাৰি কলে, "কি কৰিম, লৰা-ছোৱালীৰ যত্ন লওতেই সময় যায়।"

"তাঁৰ মাজতেই যিমান পৰা যায়, অতীতৰ লগত সম্বন্ধ ৰাখিব লাগে। সিবেলি নগাঁওঁ সাহিত্য সভালৈ যাওঁতে প্ৰতিমাক লগ পালো। তোমাৰ খবৰ নোপোৱাৰ বাবে বৰ বেজাৰ কৰিলে। এদিন তোমাৰ লগতেই কৃষক সংগঠনৰ কামত ঘূৰি ফুৰিলে, কিন্তু আজি যেন কোনো সম্পৰ্ক নাই। গিৰিয়েকৰ কিতাপৰ দোকান থকা বাবে সাহিত্যৰ লগত সম্পৰ্ক ৰাখিবলৈ সুযোগ পাইছে।"

"বিপদসঙ্কুল কৃষক-আন্দোলন এৰি সাহিত্য-চৰ্চ্চা কৰিছে। এতিয়া নকৰিলেও উপায় নাই। আমাৰ নিচিনা সিহঁতৰো তিনিটা লৰা-ছোৱালী।" মদালসাই হাত এখন ডাঙি ৰূপমৰ কান্ধত থয়। এটি তৃপ্তিৰ ভাৰত ৰূপমৰ অন্তৰ উপচি পৰে।

"এঠাইৰ পৰা এঠাইলৈ গৈ কৰ্ম্মীসকলক খবৰ দি ফুৰাত প্ৰতিমা কিন্তু পাকৈত আছিল। নলবাৰীৰ পুলিচ 'ও-চি'ৰ ঘৰতো তেনেকৈ আলহী খাই গৈছিল।"

"সিবিলাক দিন গ'ল। দিনৰ পৰিবৰ্ত্তন হ'ল, যুগৰো পৰিবৰ্ত্তন দেখা দিছে।" এটি নিৰাশাৰ ভাৰত মদালসাই কান্ধত থকা হাতখন নমাই আনে।

"যুগৰ পৰিবৰ্ত্তন ভালৰ ফালেই হব লাগিব।" আশাৰ ভাৰত ৰূপমে কয়। "এইটো মধ্যবৰ্ত্তী কাল বুলি ধৰিলেই আমি এটি নতুন যুগৰ আগমনৰ ইংগিত পাম।"

"আপুনি আশাবাদী, কিন্তু বৰ্ত্তমানত আশাৰ ঠাই ক'ত আছে?"

"নলমৰি গজালি ওলায়। আমাৰ পিছতেই নতুন বিপ্লৱী দল এটাই জনতাক বাট দেখুৱাব আৰু নতুন সমাজ গঢ়িব।"

"বৰ, এইবিলাক কথা লাহে লাহে কব। সৌৱা, কোনোবা এজন আহিব লাগিছে।"

মদালসাৰ সতৰ্ক কথাত ৰূপমে মূৰ ঘূৰাই চালে। কোনোবা এজন আহিছে, চাৰ্ট আৰু পায়জামা পিন্ধা। মানুহজন ক্ৰমে ওচৰ পালেহি।



"বলা, যাওঁ, ৰাতি হৈ আহিল।" দুয়ো উঠিল। মানুহজন আহি কাষেই পালে। চিনাকী মানুহ, দীপক দাস।

"ৰাতি হ'ল যে? আন কোনোবা মানুহ বুলিহে ভাবিছিলো।" ৰূপমে লাহে লাহে কয়।

"হয়, বাট বুলি আহোতে আহোতেই ৰাতি হৈ গ'ল। তাৰাবাৰী অঞ্চলত আজি তিনি দিন ঘূৰিলো। ব্ৰহ্মপুত্ৰই বহুত পৰিয়ালৰ বহু দিনীয়া ভিঠা উঠাই লৈ গ'ল। সেইবিলাক ৰক্ষাৰ কোনো ব্যৱস্থা হোৱা নাই। নদীৰ কাষত যিবিলাক ভগনীয়া বহিছিল, সেইবিলাকৰো পানীয়ে নতুন গাঁও ভাঙি খহাই নিলে।"

কথা কৈ কৈ তিনিও লাহে লাহে খোজ ললে।

"সংগঠনৰ কাম কেনে হ'ল?"

"তাত নানা ধৰণৰ খেলি-মেলি কথা। ভগনীয়া বিলাকৰ মাজত খেতিয়কৰ সংখ্যা কম। পাৰিলে কোনেও খেতি কৰিব নোখোজে। খেতি কৰাতকৈ হাট-বজাৰত লাৰু-চিৰা বিক্ৰিয়েই জীৱন নিৰ্ব্বাহ কৰিব খোজে। স্থানীয় মানুহৰ লগত মিলি যাবলৈ সৰহ সংখ্যকৰেই মন যদিও, দুই এজন বিভেদকাৰীৰ চক্ৰান্তত পৰি পুনৰ নতুন সপোন দেখে। কিন্তু সেই নেতা হবলৈ অহা তাকৰ লোকেই সিহঁতক চলে-চক্ৰান্তৰে চুচি খাইছে। বাৰু যাওঁকগৈ আৰু, আন সময়ত কথা বতৰা হব।"

দীপক বেগাই ঘৰমুৱা হ'ল। ৰূপমহঁতেও লাহে লাহে আহি ঘৰত সোমাল।

"দেখিলানে দীপকক? এতিয়াও অকলশৰেই বিপ্লৱী আদৰ্শ প্ৰচাৰত ব্ৰতী হৈ আছে।"

"কিনো কৰিব পাৰিব? কেইদিন টিকিব?" কথাষাৰ কৈ মদালসাই চুইচটো টিপি লাইটটো জ্বলাই দিয়ে। লৰাছোৱালী কেইটিক এবাৰ চায়, মনৰ মাজলৈ তৃপ্তি আহে।

দীপক বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ এজন বিশেষ কৰ্ম্মী আছিল।

আইন ভঙ্গ কৰা দোষত পৰি পুলিচক ধৰা নিদি কিছুদিন ককলাবাৰী মৌজাৰ জনজাতীয় গাওঁবিলাকত আত্মগোপন কৰি ঘূৰি ফুৰোঁতেই শেষত বাঘমাৰাৰ বজাৰত ৰাতি এজন চাইকেল-মেকাৰৰ দোকানত ধৰা পৰে। পুলিচৰ কোবত এতিয়াও বেচেৰাৰ বাওঁ হাতখন কোঙা হৈ আছে। নলবাৰীত বহা অস্থায়ী আদালতৰ বিচাৰত দেৰবছৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰে।

জেলৰ পৰা ওলাল। এইদৰে নিৰ্য্যাতন ভোগ কৰা অসংখ্য কৰ্ম্মী আৰু নেতা মাৰ-পিত, জেইল-নিৰ্য্যাতন সহি বাহিৰ ওলাল, কিন্তু পাৰ্টি ভাঙি থান-বান হ'ল। কিছুমানৰ সোণৰ সংসাৰ ছাই হ'ল, কিছুমান পৰিয়াল উচ্ছন্ন হৈ পৰিল. চিকিৎসা আৰু খাদ্যৰ অভাৱত বহুতৰে লৰা-ছোৱালী সিপাৰ হ'ল।

দীপকৰ বাপেকৰ কিছু খেতি পথাৰ আছে। ধান কিনি খাব নালাগে। সৰু ভায়েক জনে এখন সামান্য নিমখ দালিৰ দোকান চলাই বজাৰ-খৰচখিনি উলিয়ায়। কোনোমতে আনৰ ওচৰত হাত নুপতাকৈ ঘৰখন চলিছে।

বৰপেটাত এনে কৰ্ম্মী বিৰল। পোচাক পিন্ধি নেতা হৈ বৰ ভাগ খাই পুষ্ট হবলৈ যত্ন কৰা লোকৰ ইয়াত অভাব নাই। স্বাধীনতাৰ আন্দোলনত ভাগ নোলোৱা মানুহখিনিয়েই আজি ইয়াত হৰ্ত্তা-কৰ্ত্তা-বিধাতা। তেওঁলোকৰ লগা-ভগাসকলৰ এতিয়া ডাঙৰ কাৰবাৰ। লিখাপঢ়া শিকা লৰাহঁতৰ চৰকাৰী ডাঙৰ পদ। টাউন এক্সটেন্‌চনৰ মাটিবোৰ তেওঁলোকৰেই আৰু তেওঁলোকৰ অঙহী-বঙহীৰ, আৰু তেওঁলোকৰ পাছে পাছে "হয়" "হয়" কৈ ফুৰা কেইজনমান টেমেকা মহাজন, বেপাৰী আৰু বগা ধুতি পিন্ধা ভদ্ৰলোকৰ। কবিৰ ভাষাৰে—

"অসমৰ কাশীপুৰী দ্বাৰকা মথুৰাপুৰী

অসমৰ বৰপেটা ধাম"ৰ মনোময় আকৰ্ষণ আজি আৰু নাই। "আকাশত হৰিনাম, বতাহত হৰিনাম"ৰ সলনি "গৰীবৰ আতমাত



হা ভাত, শৰীৰত হা বস্ত্ৰ" ধ্বনি অস্ফুট সুৰত বাজি উঠিছে। বহুতেই কোনোমতে ধুতি-চোলাজোৰ ধুই বগা কৰিহে পিন্ধিছে, পেটত কিন্তু ছুসাজ নপৰে। লৰাছোৱালীয়ে পেটৰ ভোকত ধনেশ মিঠাইৱালাই আবিষ্কাৰ কৰা "হাঠা বিস্কুট" খাইহে নিশা পৰি থাকে। লাজ-মান-ইজ্জতৰ ভয়ত বহুতেই নিজৰ অৱস্থাক ঢাকনি দি ৰাখিছে। অভাৱৰ কথা বাহিৰত নকয়। শোভাযাত্ৰা কৰি চৰকাৰকো গৰিহনা দিয়া নাই, বা কমিউনিষ্ট পাৰ্টিত যোগ নিদি একেনিশাতে নেতা হৈ ধনী হোৱা বৰলোকসকলৰ বিৰুদ্ধেও এষাৰ কথা কোৱা নাই। সেয়েহে, আজি কিছুদিন আগতে অৰ্থ নৈতিক অৱস্থা অধ্যয়ন কৰিবলৈ অহা এজন বিহাৰী অধ্যাপকে ( বিয়াল্লিচৰ এজন বিপ্লৱী ) প্ৰদীপক ঠাট্টাৰ সুৰত হাঁহি হাঁহি কৈছিল, "আপোনালোকৰ সমাজৰ এনে অৰ্থ নৈতিক অধঃপতন, তথাপিও কোনেও এষাৰ মাত মতা নাই, ই বোধহয় দাস্য ভক্তিৰেই প্ৰভাৱ!"

প্ৰদীপেও প্ৰত্যুত্তৰ দি কৈছিল, "দাস্য ভক্তিৰ প্ৰভাৱ নহয়, ৰাজ ভক্তিৰহে অপূৰ্ব্ব চানেকি!"...

বহুত দিনীয়া সৰু মৰা নদীখন, অকীয়া পকীয়া ভাৱে বৰপেটাৰ উত্তৰ ফালেদি বৈ গৈ নখণ্ডাত মিলিছে। খৰালি এনেয়ে পাৰ হব পাৰি। মৰা নদীৰ এছোৱাক কিছুমানে খোৱা নদীও বোলে। বৰপেটা-ৰ মৰিও নমৰা আৰু খোৱা হৈও বাট বুলাৰ নিচিনা, মৰা নদীও যেন বৰপেটাৰেই এটি প্ৰতীক।

নদীৰ পাৰে পাৰে খৰিৰ দ'ম আৰু বাঁহৰ চাব। খৰিও এতিয়া সোণৰ দৰেহে ওজন কৰে। আগতে এনে ব্যৱস্থা নাছিল। অনাতনৰ যুগত সকলো বস্তুৱেই ওজনত উঠিছে। তাৰেই আলামলৈ কেইটামান পৰিয়ালে জীৱিকা প্ৰবৰ্ত্তাইছে। আগতে নদীৰ পাৰবোৰ, মৰা নদীৰ পৰা নখণ্ডালৈ, ধানৰ নাৰেৰে পৰিপূৰ্ণ আছিল, যেন সকলো পিনে লখিমীৰেই ভৰাল। আজি নৈৰ বুকে বুকে ধান পাবলৈ নাই। জোটদাৰ সকলৰ টিনৰ বৃহৎ গুদামৰ ভিতৰত অতি লাভৰ বাবে

মজুত হৈছে, মিলমালিকৰ বৃহৎ লাভৰ বাবে গৰীব কৃষকৰ চোতালৰ পৰাই চোৰাং ভাবে গোপন কক্ষলৈ উধাও হৈছে।

শ-শ বছৰ ধৰি ধানৰ নাও বাই পেটৰ ভাত উলিওৱা ক্ষুদ্ৰ বেপাৰী আৰু বন্ধুৰা আজি কৰ্ম্মহীন। নাওঁবোৰ লাহে লাহে ভাঙি বাম্‌ত উঠিল। নৰোস্ত্ৰতৰ, লক্ষীসূতৰ, ঘেনাসূতৰ আদি বিখ্যাত নাওঁ গঢ়োতাসকল অন্তৰ্হিত হ'ল। বৰপেটাৰ এটি ডাঙৰ শিল্পৰ বিলুপ্তি ঘটিল।...

"ক'ত ঘৰহে তোমাৰ?"

"মৰা নদীৰ পাৰোত থাকা আমি মৰা মাহ্‌নু হুজুৰ"। খৰি নমাই মানুহজনে কয়।

"ভাল কথা কৈছা তুমি।" ৰূপমৰ হাঁহি উঠে। দুৱাৰৰ পৰ্দ্দাখনত ধৰি খৰি নমোৱা চাই থকা মদালসায়ো মিচিককৈ হাঁহি মাৰে।

"মৰিবা কিয়? জীয়াই থাকিব লাগিব।"

"জীয়াই থাক্‌বাৰ উপায় আৰো নাই দিয়ক।" কাঠডাল গপাত্‌কৈ সি পেলাই দিয়ে।

"এই কাঠ পৰাৰ দৰে আমিও পৰি গেইছু দিয়ক চাৰ। উঠ্‌বা নৰু। দিহা গেইছে উপাৰোক, বুদ্ধি গেইছে ভিতাৰোক।" মানুহজনে এটি কৃত্ৰিম হাঁহি মাৰে।

মদালসাৰ তেওঁৰ প্ৰতি এটি দৰদ জন্মে। দুখৰ মাজতো মানুহজনৰ যেন ৰসিকতা আছে। "খৰিৰ কাৰবাৰেৰে চলিব পাৰানে?"

"নাই হুজুৰ, চাৰ-চলি কেইটাই মাহৰ আধাদিন শুখে থাকে। আমাৰ মাহ্‌নোৰ অৱস্থা বৰ কেন্‌বা দিয়ক। লাজতে কুনো বাহিৰত প্ৰকাশ নকৰে।"

"তোমালোকৰ ইয়াৰ নেতাবিলাকে এই কথাবোৰ নাজানেনে?"

"তাহনাক নেতা বলাত কৰি বেটা বলাহে ভাল চাৰ। নাজানুবো কিয়? চবু জানে। নিজৰ পেট ভৰি উগাৰ আহ্‌ইছে, পৰুক কিয় চাইবো।"

"হেৰা, এওঁক-অলপ চাহ খাবলৈ দিয়াহে।" মদালসাৰ পিনে চাই ৰূপমে কয়।

"নাল্‌গে দিয়ক চাৰ। পৰৰ ঘৰোত নাখং বোলি প্ৰতিজ্ঞা কোৰচু। কি হবো, একদিন পৰৰ ঘৰত খালি?"

মানুহজনৰ দৃঢ়তা দেখি দুয়োৰো ভাল লাগিল। সঁচাকৈয়ে বিপ্লৱৰ হাতিয়াৰ এই মানুহবিলাকেই। ইহঁতক জগাই সংগঠন কৰিব পাৰিলে, সমাজৰ পৰিবৰ্ত্তন অৱশ্যম্ভাৱী।

"এইবিলাক ইস্পাতৰ মানুহ।" ৰূপমৰ পিনে চাই লাহেকৈ মদালসাই কয়। সৰুকৈ কলেও মানুহজনৰ কাণত পৰে।

"আচল ইস্পাত দিয়ক আমি। ভীষণ পানীৰ পাকত ভাদ্ৰ মাহৰ বেকীৰ বুকোত আমি ভাঁহি আহা কাঠ ধৰোঁ। পানীৰ তলত ডুব মাৰি আমি চাপ্‌ৰা কাটো, কি কয় চাৰ!"

মানুহজনৰ দৃঢ়তাৰ মাজেদিয়েই মুখত এটি হাঁহিৰ ৰেখা ফুটি উঠে।

ভিতৰলৈ গৈ মদালসাই খৰিৰ দাম আনি দিয়ে। মানুহজনে পইচাখিনি লৈ নমস্কাৰ জনায়।

"নিৰ্ব্বাচনৰ সময়ত নেতাবিলাকে তোমালোকক খাতিৰ কৰেনে, নকৰেহে?"

"আমাকনো আৰো কি খাটিৰ কৰবো চাৰ? ইয়াৰ আগৰ বাৰৰ ভোটত, দুটা ভোটৰ বাবে কুৰি টকা দিছিল, কিন্তু যাৰা বছৰ চাৰ, কাৰো পইছাও নল্লু ভোট দিবাও নেগেলু। পাচ বছৰৰ মূৰত পৰৰ পইছা দুটা খালি কি হবো? নিজৰ উপাৰ্জ্জনত মিল্‌লি খালু, নিমিল্‌লি নাই চাৰ।"

"ভালেই, আত্ম-মৰ্য্যাদাৰ নিচিনা বস্তু একোৱে নাই।" ৰূপমে কয়।

"আমাৰ মৰ্য্যাদা সমাজত নাথাকিলেও নিজোৰ মনত্‌তো আছে চাৰ।"

"নিশ্চয়।"

"যাওঁ দিয়ক চাৰ, একো দোষ নধৰ্‌বো, বহুত কথা কৈছো।"

"অ' পিছে তোমাৰ নামতো?"

"প্ৰতিজ্ঞা, চাৰ।"

"ঠিক আছে, থিক নামকেই থৈছিল।" মানুহজনে হাঁহি মাৰি গাড়ীখন লৈ গুচি গ'ল।

ৰূপম ভিতৰলৈ আহি অফিচলৈ যাবলৈ সাজু হ'ল। লৰাছোৱালী কেইটিয়ে পঢ়ি উঠি খেলিবলৈ ধৰিছে।

"মাকোহঁতৰ স্কুললৈ যাবৰ সময় হবদেই।"

"যাম দেউতা, আৰু অকণমান সময়হে খেলিছো।"

ৰূপমহঁত বৰপেটালৈ আহিবৰ বেছি দিন হোৱা নাই। আগতে তেওঁ এখন প্ৰাইভেট হাইস্কুলত শিক্ষকৰ কাম কৰি আছিল। তেওঁ হাইস্কুলত থকা কালতেই বিয়াল্লিচৰ গণ-বিপ্লৱ হৈছিল। সেই বিপ্লৱত তেওঁও স্কুলঘৰ জ্বলোৱা অপৰাধত জেইল খাটিছিল। পঢ়াশুনাত বেচ ভালেই আছিল। বি-এ পাছ কৰে অনাৰ্চ লৈয়ে। পিছে, কিছুদিন ইপিনে সিপিনে ঘূৰি ফুৰোতেই গ'ল। কংগ্ৰেছ, ৰেডিকেল, কমিউনিষ্ট আদি পাৰ্টিত ঘূৰি কিছুদিন কটালে। যৌৱনৰ নতুন নতুন ৰঙীন সপোনত তেওঁৰ মন অভিভূত হ'ল। ৰেডিকেলিষ্টৰ অধ্যয়ন চক্ৰত যোগ দিয়াত মনতো সজীৱ, সচেতন আৰু বিপ্লৱী হৈ উঠিল।

স্বাধীনতাৰ পিছত কমিউনিস্ট পাৰ্টিৰ বিপ্লৱী আঁচনিয়ে গাওঁবোৰত তোলপাৰ লগালে। বিয়াল্লিচৰ কিছুমান বিপ্লৱীয়ে কমিউনিষ্টৰ সংগঠন আৰু বৈপ্লৱিক কাৰ্য্যসূচীত গা ঢালি দিলে। জাতীয় চৰকাৰৰ স্বদেশী নীতিৰ সুযোগ লৈ দেশীয় পুঁজিপতি সকলে শোষণ নীতিৰে ৰাইজৰ বক্ত পি খাবলৈ ধৰিলে। নতুন ৰাষ্ট্ৰ



গঠনৰ বাবে নানা ধৰণৰ টেক্স্ আৰম্ভ হ'ল। বয়-বস্তুৰ দাম অতিপাত চৰিল, ধনৰ খকুৱাহঁতে চোৰাং কাৰবাৰ চলালে। সৰ্ব্বসাধাৰণ অতিষ্ঠ হ'ল।

"লাল ঝাণ্ডা কৰে পুকাৰ—ইনকিউলাব, ঝিন্দাবাদ" ধ্বনিত আকাশ-পাতাল নিনাদিত হৈ উঠিল।

ৰূপমেও নিজৰ বিপ্লৱী মনটোক শাঁত পেলাবলৈ লাল ঝাণ্ডাৰ তলত থিয় দিলে। হাজাৰ শতেক ডেকা-গাভৰু ঘৰৰ পৰা বাহিৰ হৈ ওলায় আহিল। ঠায়ে ঠায়ে অ-বিপ্লৱীসকলৰ লগত সংঘৰ্ষ লাগিল। পুলিচ বাহিনীৰ লগতো অ'ত ত'ত বন্দুক-বাৰুদেৰে ভেটাভেটি হ'ল। পাৰ্টি বে-আইনী ঘোষিত হ'ল, কেইজনমান নেতাৰ বিৰুদ্ধেও ওয়াৰেন্ট ওলাল। মিলিটাৰী "অপাৰেচন" চলিল। কোন কলৈ পলাল ঠিক নোহোৱা হৈ পৰিল। এদিন মিলিটাৰী অপাৰেচনৰ খবৰ পাইয়ে ৰূপম পলাই গৈ উত্তৰ কামৰূপৰ এখন আওহতীয়া গাঁৱত আশ্ৰয় ললে। মদালসাৰ লগত তেওঁৰ দেখাদেখি হ'ল তাতেই। তাইৰ বাপেক আজি এমাহ হ'ল নিৰুদ্দেশ হৈছে। অনুমান এটি দলৰ লগত তেওঁ ভূটান পৰ্ব্বত বগাইছে।

ৰূপম দিনত নোলায়। ৰাতি মদালসাৰ লগত বাহিৰলৈ ওলায়। দুয়োৰে প্ৰগাঢ় বন্ধুত্ব প্ৰণয়ত পৰিণত হয়। জোনাক নিশা দুয়ো জীৱনক উপলব্ধি কৰে, তেওঁৰ বিপ্লৱী কাৰ্য্যসূচীবোৰ চকুৰ আগত ভাঁহিবলৈ ধৰে। সুদূৰৰ বৈপ্লৱিক আজান কানত পৰে।

সেই দিনবোৰ পাৰ হ'ল। ৰূপমে জেইল খাটি ওলাই আহিল, পাৰ্টি ভাঙিল, চৰকাৰী কামত সোমাল, মদালসাক বিয়া কৰালে, তিনিটি সন্তানৰ বাপেক হ'ল।

* * *

ঘৰটোৰ পৰা অলপ আতৰতহে লাইট-পোষ্ট এটি। লাইট-পোষ্টবোৰ ঠাই বিশেষে ওচৰা-ওচৰি আৰু ক'ৰবাত বহুত দূৰত।

মানুহ চাই কোম্পানীয়ে লাইট পুটিছে। ইও যেন এটি স্বাধীনতাৰ পিছৰ ভাগ বাটোৱাৰা।

ৰাতি খাই বৈ উঠি ৰূপম আৰু মদালসাই পৰ্টিক'ত বহিছে। এনেতে দীপক আহি ওলাল।

"আহক, কেবা দিনো দেখা পোৱা নাই। কৰবালৈ গৈছিল নেকি?" ৰূপমে সোধে।

"কি কব? পিতাৰ অসুখ। গোবৰ্দ্ধনাত অলপ মাটি আছে নহয়, সেই পিনেই গলো। বৰ ভাল খেতি হৈছিল। আমাৰ ঘৰৰ আয়—ইনকাম বিশেষ একো নাই। ভাইটোৰ সৰু দোকানখনৰ পৰা নিমখ-তেলৰহে খৰচ ওলায়। ধান কেইটি নাপালে আমাৰ মৰণ। মোৰ কথাতো জানেই।" দীপকে একেলগে কথাখিনি কৈ যায়।

মদালসাই হাঁহি মাৰি কয়, "অ, শ্ৰম নকৰাকৈয়ে ফচল বিচাৰি গৈছিল। পিছে নিজেই এদিন খেতিয়কৰ মাজলৈ গৈ ধান জব্দ কৰিবলৈ চেষ্টা কৰিছিল।"

"হয়, কিন্তু আদৰ্শ আৰু বাস্তৱৰ মাজত পাৰ্থক্য আছে। সেই বুলি খেতিয়কৰ শ্ৰমলৈ চাইহে ধান দুটি সংগ্ৰহ কৰিছো। তেওঁলোকেও হাঁহি মুখে উলিয়াই দিছে। টানি-ধুহি আনিবলৈ গলেহে উভয়ৰে মৰণ মিলে। পিতা যোৱাতকৈ মই যোৱাত তেওঁলোকে ভাল পাইছে।"

"আদৰ্শ আৰু বাস্তৱতাৰ বহুত পাৰ্থক্য আছে। ধান কেইটা দিব নালাগে বুলি কলে আমাৰ নিজৰো বোধ হয় কলেজত পঢ়া নহলহেতেন।"

"থিকেই," দীপকে সমৰ্থন কৰে। "আমাৰ সমাজৰ অৰ্থনৈতিক গাঁথনি যিটো, সিটোলৈ চাই ধান কেইটা পৰম সহায়।"

"বৰপেটাৰ কথাটো একেবাৰে সুকীয়া। অসমৰ কোনো ঠাইৰে লগত ইয়াৰ মানুহৰ অৰ্থনৈতিক গাঁথনিৰ মিল নাই। ইয়াৰ



মানুহবিলাক খেতিয়ক নহয়। ডাঙৰ ব্যৱসায়ো নাই। সৰু-সুৰা কাৰবাৰ, চাকৰি আৰু মজদুৰী, এই তিনিটাই মানুহৰ প্ৰধান জীৱিকাৰ উপায়। স্বাধীনতাৰ আগতে আশী জনেই নাৱেৰে ধানৰ কাৰবাৰ কৰিছিল। সেইটোৱেই আছিল বৰপেটীয়াৰ প্ৰধান সহজ ব্যৱসায়। ধানৰ চৰকাৰী সংগ্ৰহ, কণ্ট্ৰোল আদি হোৱাত সেই কাৰবাৰটো সম্পূৰ্ণ ধ্বংস হৈছে, লগে লগে চাউল খোৱা—নখাওা নদী জুৰি থকা নাৱৰ সৌন্দৰ্য্যও অদৃশ্য হৈছে। আগতে বহুত বাৰী-বিধবাই ধান বানি বা কাপোৰ বই পেট প্ৰৱৰ্ত্তাইছিল। ধানৰ কল ওলোৱাৰ পৰা সকলোৱে কলতে ধান বানি নিয়ে। ঘৰত বৰা বস্ত্ৰৰ আদৰ কমাত তাত শিল্পৰো অৱনতি ঘটিল। বঙালী কুমাৰ অহাৰ পৰা হীৰা কুমাৰৰ মাটীৰ ব্যৱসায়ো ক্ৰমাৎ পতন হৈ আহিল। বঙালী সোনাৰীয়ে নতুন ডিজাইন আৰু নতুন ফেচনৰ আ-অলঙ্কাৰ আনি মহিলা সকলৰ মাজত উলিয়াই দিয়াত, বৰপেটীয়া সোনাৰীৰ ভাত মৰিল। দম-কলে পাত-নাদক হত্যা কৰিলে।"

দীপকৰ দীঘলীয়া কথাত দুয়োৰো অলপ বিৰক্তিয়ে লাগিছিল।

"বৰপেটাৰ নাম কিন্তু আগতে সকলোপিনে সমৃদ্ধিশালী বুলি জনাজাত আছিল।"

দীপকৰ কথা শুনি মদালসাই কয়, "আজিকালি সকলোপিনে গান্ধীপোকে চুহি পেলাইছে নাজানে জানো?"

তিনিও হাঁহে। "গান্ধীপোক নকৈ গান্ধীলোক বুলি কলেও অৱশ্যে একো অতিৰঞ্জিত কৰা নহয়।"

দীপকৰ কথাৰ উত্তৰ মদালসাই লাহেকৈ দিয়ে, "নহয়, গান্ধীলোক নহয়, গান্ধীভোক বোলাহে উচিত।"

তিনিও হাঁহিবলৈ ধৰে। অলপ পিছতে দীপকে যাব ওলায়। "ৰবচোন, পিছে এনেকৈনো কিমান দিন থাকিব? কিবা এটা কাম-কাজতেই লাগিলে দেখো বেয়া নহয়। পাৰ্টিত ফুৰিলেওতো এটা জীৱিকাৰ উপায় লাগিব।" ৰূপমে আন্তৰিকতাৰে কয়।

"আন ক'ত কি আৰু কাম বিচাৰি ফুৰিম ? এডোখৰ মাটি লৈ তামোলৰ বাৰীকেই এখন কৰো বুলি ভাবিছো। আজিকালি তামোলত যথেষ্ট লাভ হৈছে।"

"তাত সময় লাগিব।"

"লাগঁক, পাৰ্টি পুনৰ সংগঠন কৰিবলৈ হলেও সময় লাগিব।"

"পাৰ্টি সংগঠন কৰাতকৈ মানুহকেই সংগঠন কৰিবলৈ যত্ন নকৰে কিয় ?"

"পাৰ্টিৰ লগতেই মানুহৰ সংগঠন হব। মানুহ হৈছে সমাজবদ্ধ জীৱ, পাৰ্টিয়েই হৈছে সমাজ, গতিকেই সমাজক লৈয়ে ব্যক্তিৰ সংগঠন।"

মদালসাৰ কথাৰ উত্তৰ দীপকে এইদৰেই দিয়ে।

ৰূপমে একো উত্তৰ নিদি পাৰ্টিৰ মাদকতাৰ কথা ভাৱে। আজি তেওঁ চৰকাৰী কামত মান-সন্মান পালেও, তাহানি সেই পাৰ্টিত ঘূৰি ফুৰাৰ সময়ত যিটো আদৰ পাইছিল, তেনে আদৰ যেন কতো নাপায়। পদৰ মান-সন্মানৰ কৃত্ৰিমতা তেওঁৰ অন্তৰত স্পষ্ট হৈ উঠে। সেই কামৰ দুখ-কষ্ট খিনিৰো এটি যেন মাধুৰ্য্য আছিল। সেই জীৱন এৰি অহাত তেও এটি ব্যৰ্থতা উপলব্ধি কৰে।

"মানৱ জীৱনত লগা সকলো কথাকে আজিৰ পাৰ্টিয়ে লব পৰা নাই। বিশেষ একোটি ৰাজনৈতিক মতবাদ লৈ একোটি পাৰ্টি গঠন নহৈছে জানো ?"

মদালসাৰ যুক্তিখিনিকেই সমৰ্থন কৰি দীপকে কয়, "একোটি ৰাজনৈতিক মতবাদৰ লগতে আন কথাও কিছুমান থাকে। অৰ্থনীতি সমাজনীতিও ইয়াৰ লগত জড়িত।"

ইমান সময় মনে মনে থাকি ৰূপমে কয়, "ৰাজনৈতিক দল সমূহে যিমানেই উচ্চ আদৰ্শ লৈ ওলাই নাহক, ৰাষ্ট্ৰই যিমানেই আঁচনি লৈ কাৰ্য্যত নানামক, ব্যক্তি চৰিত্ৰ সমাজমুখী নহলে, উচ্চ নহলে, সকলো ব্যৰ্থ। ভাৰততো আজি সেয়ে হোৱা যেন লাগে। সকলো আঁচনি,



সকলো আদৰ্শ, সকলো কাৰ্য্যসূচী পানীৰ ঔ-টেঙাৰ নিচিনা ওপঙি গৈছে।"

"তাৰ বাবেনো কাক দোষ দিব ?"

"দোষ যদি আছে, সকলোৰে।"

"দেশ-কৰ্ম্মী সকলক মহাত্মাই যে এসময়ত উপদেশ দিছিল আত্ম-শুদ্ধিৰ বাবে, সেই কথা আমি সকলোৱে পাহৰি গৈছো।"

মাদালসাৰ কথাষাৰ শুনি দীপকে মুখত এটি হাঁহি তৈয়াৰ কৰি কয়, "আত্মশুদ্ধি কৰি আহিলেও সেই শুদ্ধতা স্থায়ী হব নোৱাৰে, যিহেতু সমাজত ধন-সম্পত্তি বৃদ্ধিৰ এটি প্ৰতিযোগিতা চলি আছে। মোহিনীৰ লাশ-ভেশ, মধুৰ হাঁহি আৰু লয় লাসত শ্মশানবাসী যোগী ভোলানাথৰো মতিভ্ৰম হৈছিল। দেশতো আজি সেয়ে হৈছে। অসমৰ গান্ধী বুলি আখ্যা পোৱা লোকসকলেও আজি তিনি মহলা সাজিও শান্তি পোৱা নাই, তাৰেই আৰু দুই চাৰিয়ে চাহ-বাগানৰ মালিক হৈ কোটিপতি হবলৈহে হাবিলাস কৰিছে।"

এনেতে ৰাতি দহোটাৰ কোব পাৰিল। মদালসাই কলে, "বহুত ৰাতি হ'ল, সভা ভঙ্গ কৰা হ'ল।"

"হয় হয়, যাওঁহে আৰু। ভাত একেবাৰে চেঁচা হৈ গ'ল।"

"আহিব দেই।"

"আহিম নিশ্চয়। কিন্তু কোনো চি-আই-ডিৰ হিংসুক চকু আপোনাৰ ওপ্ৰৰত পৰিব বুলিহে ভয় হয়।"

"এঃ, প্ৰাইভেট হাইস্কুলৰ অভাৱ হোৱা নাই। স্বাধীন ৰাষ্ট্ৰত সকলোৰে মান-মৰ্য্যাদা আৰু ব্যক্তিস্বাধীনতা আছে, চৰকাৰী কাম কৰা মানুহবিলাক ব্যক্তি স্বাধীনতাৰ পৰা কেতিয়াও বঞ্চিত হব নোৱাৰে।"

"থিকেই। আহিলো দেই।" দীপক ঘৰমুৱা হয়। মদালসাই লৰা ছোৱালী তিনটিৰ গাৰ কাপোৰ চায়।

বেড্-লেম্প্‌টো জ্বলাই তুয়ো শুই পৰে। ৰাতিৰ নিস্তব্ধতাই জগতক আকোৱালি ধৰে। তৃপ্তিত তুয়োৰো অন্তৰ উপচি পৰে।

*   *   *

বৰপেটালৈ নতুন অফিচাৰ আহিলে সকলোৱে অন্তত এবাৰ গৈ অমৰ দাসক দেখা কৰে। কথাটো ৰূপমে এজন অফিচাৰ বন্ধুৰ পৰাই জানিব পাৰিছিল আৰু এইটোও জানিব পাৰিছিল যে তেওঁ সন্তুষ্ট হৈ থাকিলে অফিচাৰে বৰপেটাত যথেচ্ছাচাৰ কৰি চলিব পাৰে। তেওঁৰ চুলিবিলাক পকি বগা হৈছে। দাড়ি পাতলাইহে খুৰায়। বগা চুলিৰ লগত কিছু বগা দাড়ি গোঁফ আৰু বগা চুৰিয়া চোলাৰে তেওঁৰ চেহেৰাৰ সঁচাকৈয়ে এটি বিশেষত্ব আছে। এদিনীয়া মানুহে তেওঁক প্ৰকৃত গান্ধীবাদী বুলিয়েই প্ৰশংসা কৰে।

ৰূপমৰ আহিবৰ যদিও কেইবামাহো হৈ গ'ল তথাপিও এওঁৰ লগত দেখা কৰিব পৰা নাছিল। বিনা কামত মানুহৰ লগত দেখা সাক্ষাত কৰি ফুৰা অভ্যাস তেওঁৰ নহলেও তুই এজন অফিচাৰ বন্ধুৰ পৰামৰ্শমতেই সিদিনা অমৰ দাস ওৰফে অমৰ উকীলৰ ঘৰলৈ গ'ল। তেতিয়া তেওঁ নলবাৰীৰ এজন মাৰোৱাৰীৰ লগত ফোনেৰে কিবা কথা বতৰা পাতি আছিল। শেষৰ যি তুই এটি শব্দ ৰূপমৰ কাণত পৰিল, তাৰ পৰাই তেওঁ অনুমান কৰিলে যে কিবা কাৰবাৰৰ কথাহে আলোচনা হৈছে, উকিলৰ তাত অংশ থকাও তেওঁৰ অনুমান হ'ল।

উকিল সদায় গহীন আৰু মলিন মুৰা। কিছুমানে ভাবে, তেওঁ এজন চিন্তাশীল লোক। ৰূপমে ভাবিলে মানুহজন নিষ্ঠুৰ প্ৰকৃতিৰ।

"বহক।"

"আপোনাক মাত লগাবলৈ আহিবই পৰা নাছিলো। পিছে ভাল নহয়নে ?"

"আছো, একৰকম। আপোনাৰ ঘৰ ক'ত ?"

"পুৰণিগুদামত।"



"ফেমিলি লৈ আহিছে ?"

"হয়।"

"আমাৰ মহকুমা বৰ পাছ পৰা। ভাল কৰি কাম কাজ কৰক। আজিকালি গভৰ্ণমেণ্টৰ বহুত আঁচনিৰ কাৰ্য্যকৰীতা অফিচাৰোৰ উপৰোতে নিৰ্ভৰ কোৰছে।"

কিলিনিং কৈ ফোঁনটো বাজি উঠিল।

উকিলে ফোঁনটো লৈ মাতিলে, "হেলো।"

"এচ-ডি-ও। আবেলিলৈ আপুনি ফ্ৰি আছেনেকি ?"

"কিবা দৰকাৰ আছেনেকি ?"

"হয়, চিফ্ মিনিষ্টাৰৰ অফিচৰ পৰা ফোঁন আহিছে। তেখেত হেনো পৰহি সন্ধিয়া আহি পাব, ৰিজাৰ্ভৰ মাটি বান্দপীড়িত লোকক দিয়া সম্বন্ধে নিজে এনকোৱেৰি কৰিবলৈ। আপোনাক আজি লগ পালে ভাল হয়।"

"তেনেহলে চাৰিটা বজাতে ময়ে যাম। মোৰ ইয়াত সদায় মানুহ, কনফিডেন্চিয়েল কথা আলোচনা কৰা অসুবিধা। ধন্যবাদ।"

ফোঁনটো তেওঁ থৈ ৰূপমৰ পিনে চাই কলে, "কিমেননো সমস্যা পাৰবো ? স্থানীয় মাহ্নোৱে চৰুৱাক ৰিজাৰ্ভ খুলি দিয়াত ভয়ানক বিৰোধী। ইপিনে, বান বিধস্ত অঞ্চলৰ চৰুৱামাখাক দিবাক লোগিন অইন্য মাটিও নাই।"

"চাবেক মাটিহীন অসমীয়া মানুহেই দেশত অজস্ৰ আছে। সেই-বিলাকক ৰিজাৰ্ভত বহোৱাৰ কোনো আঁচনি নৌহওতেই অৱশ্য পমুৱাক মাটি দিয়া কথাটো থিক নহয়।"

ৰূপমৰ কথা শুনি উকিলে কয়, "আজি আৰু তাহোন পমুৱা নোহোয়, খাটি ভাৰতীয়। গতিকে, অসমীয়া আৰো তাহোনাৰ মাজত কোনো পাৰ্থক্য নাই।"

ৰূপমে লাহেকৈ হাঁহি মাৰিলে কিন্তু মুখেৰে একো নকলে। প্ৰতিবাদ কৰি শত্ৰু বঢ়াইনো কি লাভ ?

"দেশৰ ভাৰ এতিয়া আপোনালোকৰ হাতত, যি ভাল দেখে কৰক, কিন্তু ভাবি চিন্তি কৰিলে দেশো ৰয় সম্পদো থাকে। ভাল, উঠিলোহে এতিয়া।"

থিয়ঃ হৈ ৰূপমে নমস্কাৰ জনায়।

"ভাল।"

ৰূপম যোৱাৰ অলপ পিছতে আল্লাউদ্দিন উকিল আহি ওলাল।

"উকীলখানাইতো মাটি দিব নালাগে বুলিয়েই প্ৰস্তাৱ লৈ গভৰ্ণমেণ্টলৈ পঠালে। কথাতো ক্ৰমাত জটিল হৈ আহিল। আপুনি এতিয়া কি কৰে? কিন্তু ভাবি চাব, আপোনাৰ ভৱিষ্যত ইয়াৰ ওপৰতেই নিৰ্ভৰ কৰিছে।"

"ৰাজহুৱা মিটিং কৰে, বাৰত প্ৰস্তাৱ লয়, লৈ থাকক। কেইদিনমান পাছত সকলো ঠাণ্ডা হব। ইবিলাক একোটা হুজুগ। নাভাব্‌বো, মুছলমানক মাটি মই দিহে এৰিম।" দৃঢ়তাৰে অমৰ উকিলে কয়।

"মই আপোনাৰ স্বাৰ্থৰ কাৰণেহে কৈছো। মুছলিম লীগ এৰি কংগ্ৰেছত যোগ দিয়াৰ পৰাই হিন্দুমুছলমান মোৰ অন্তৰত সকলো একে। কিন্তু এছেম্‌ব্লিলৈ আপুনি যাব লাগে, এয়ে মোৰ কথা।"

"এছেম্‌ব্লিৰ কথা থৰকচোন। ভাৰতীয়ৰ ভিত্‌ৰোত শ্ৰেণীভেদ কিয়ো?"

দাসৰ কথাত আল্লাউদ্দিন উকিলৰ অন্তৰ উলাহি উঠিলেও মনৰ ভাৱ লুকাই ৰাখি পুনৰ তেওঁৰ আগৰ কথাষাৰিকেই কয়। আন কনচ্‌টিটুৱেনচিত তেওঁৰ আশা নাই, একমাত্ৰ আশা আছে তিতাপানীতহে, তেওঁ গৈহে দুৰ্গম তিতাপানীক মিঠাপানীত পৰিণত কৰিব পাৰিব।

"তাহুনাৰ ডেপুটেচন যাবো বোলি শুন্‌ছো, গতিকে আপ্‌নালোকৰো কিবা দিহা কৰবা লাগে।"



"দহ হাঁজাৰ টকা তোলা হ'ল। পাঁচজনীয়া ডেপুটেচন পঠাম বুলি ভাবিছো।"

"কাক পঠাবো?"

"পি-এচ-পি এম-এল-এ এচাহক আলি, টমিজ মোক্তাৰ, ক্ষমা ওজা, মাধৱ পাঠক আৰু আপুনি।"

"মোক নধৰ্‌বো। ছিলংক যাই যি কোৰ্‌বা লাগে মই পাছে কৰিম। মোক নাল্‌গে।"

"তেনেহলে কাক ধৰো?" অলপ চিন্তান্বিত ভাবে আল্লাউদ্দিন উকিলে সোধে।

"মহবুব আলিক লৈ যাৱক।"

"আপোনাৰ পৰামৰ্শ মতেই হব। দলটো যোৱাৰ আগতে আৰু দুয়ো গৈ আহো বুলি ভাবিছো। দুহেজাৰ মঞ্জুৰ কৰাই হৈছে। আপুনি তাৰিখ দিলেই মই সাজু হৈ আছো।"

"হবো যাৱক, সন্ধ্যা চিফ্‌মিনিষ্টাৰক ফোঁনেৰে সুধি, যোৱা তাৰিখ থিক কৰিম। যাৱক এইতা, ময়ো বৰনগৰৰ ফালে যাবা লাগে কালি।" দুয়োৰো মেল ভাঙে।

উকিলে খবৰৰ কাকতখন চাব ধৰে। ৰাজহুৱা প্ৰতিবাদ সভাৰ খবৰ কাকতত আহিছে। খবৰটো পঢ়ি তেও খঙত জ্বলি উঠে। সভা সংগঠনকাৰী গজেন্দ্ৰ উকিল, নাৰায়ণ বায়ন আৰু দীপক দাসৰ ওপৰত তেওঁৰ ভয়ানক প্ৰতিশোধৰ ভাৱ জাগি উঠে।

গজেন্দ্ৰ উকিল। স্বাধীনতা যুদ্ধৰ সময়ত বোৱাৰীৰ দৰে পোলিৰ ভিতৰত থাকি আজি ৰাইজক উদ্ধাৰ কৰিবলৈ আহিছে। নাৰায়ণ বায়ন? তাৰ সাত পুৰুষ গ'ল খোল-তাল বজাই নাচি মৰোতে, সি আহে আজি ৰাজনীতিলৈ। দীপক, সি এটা খাবলৈ নোপোৱা বাট-ভিকহু, তাৰ নাই শিক্ষা, নাই পদবী। সিবেলি কমিউনিষ্ট পাৰ্টিত ঘূৰি ফুৰোতে পুলিচে হাত কেৰেয়া দি ধৰি নি কোবাই দেহা

থেতেলা কৰিলে, হাত-ভাঙি কোঙা হ'ল, বেটাৰ এতিয়াও ৰাজনীতিৰ চখ মৰা নাই!

এনেদৰে ভাবি অমৰ উকিলে তেওঁৰ পকাচুলি কেইদালৰ মাজেদি জোৰেৰে আঙুলি চলাব ধৰে। দুই চাৰি দাল চুলি সৰি পৰে। তেওঁৰ বেঁকা মুখখন যেন আৰু বেঁকা হৈ আহে। খং আৰু প্ৰতিশোধৰ মাত্ৰা চৰি যায়।

* * *

"চাৰ, ঘৰোত আছেনাকি?"

কেইবাবাৰো মতাৰ পিচত ৰূপমে পৰ্দাখন আঁতৰাই ওলাই আহে।

"অ' প্ৰতিজ্ঞা ককাই দেখো? ক'ৰ পৰানো? আহা আহা।"

"চাৰ, এটা কথাৰ ধৰি আহ্‌ইছিলু।"

"কিনো কথা? বহা।" চকিখন দেখুৱাই ৰূপমে কয়।

অলপ আতৰতে থকা মূঢ়া এটা আনি প্ৰতিজ্ঞাই বহি কয়,

"ইয়াতেই বহ্‌ইছো দিয়ক।"

"চকিত কিয় নবহা?"

"নাল্‌গে দিয়ক চাৰ, আঁপ্‌নালোকৰ আগতনু মাইচাত বহিমনা।"

"স্বাধীন ভাৰত গণৰাষ্ট্ৰত সকলোৰে সমান আসন ভাই।"

"সেনে দিননু আহ্‌ইবোনা চাৰ?"

"আহিছে।"

"সেনে দিন হলিনু আমাৰ অমৰ উকিল, মাধৱ উকিল আৰো ক্ষমা উকিল উঠি ৰাজা বহি ৰাজা হবা পাবেনা চাৰ?"

"উকিলবিলাকৰ ওপৰত তোমাৰ কিবা খং আছেনেকি?" হাঁহি মাৰি ৰূপমে সোধে।

"কি খং থাক্‌বো চাৰ? আমি হৈছো কুকুৰোত কৰিও অধম মাহ্‌নু চাৰ। ৰাজাৰ লগত কেনেকেন হাল জুতি মৰিম' চাৰ? উকিলে খুন্দা বৰপেটাত আমি মানুহেই নহয় চাৰ।" প্ৰতিজ্ঞাৰ মুখমণ্ডলত বেদনা আৰু প্ৰতিশোধৰ ভাৱ এটি অস্পষ্ট হৈ উঠে।

"বাৰু যিয়েই নহওঁক তোমাৰ কথাটো কোৱাচোন।"

"চাৰ জানেই নহয়, বৰপেইটা গৰীব মাহ্‌নু আমি দুইহাঁত মাটিত থাকো। মেউটাকুছিত মাটি দিছে নহয় চাৰ। গজেন্দ্ৰ উকিল আহুন দেখুন কয় যে দৰখাস্ত দিবা লাগে আৰু অমৰ উকিল, ক্ষমা উকিল আহুনাক অলপ খাটা-খুটা কোৰৱা লাগে।"

"বেচ, তাৰ পাছত?" উদ্‌গ্ৰীৱতাৰে ৰূপমে সোধে।

"দৰখাস্ত এখন দিলু পৰ্‌হি দিনা। কালি অমৰ উকিলক খাটা-খুটা কোৰবা গেলু। বলু, ঘৰোৰ গুৰিৰ মাহ্‌নু কি জানি মূৰ দাঙি চায়ৰে। পাছে চাৰ কি কলাক জানে?"

"কি?"

"মাটি লাগে? কেই পাচীমেন লাগে? পাচী আন্‌ছানা নাই? ইমেন অপমান চাৰ!"

প্ৰতিজ্ঞাৰ মুখখন ৰঙা পৰি উঠে। ৰূপমৰো অন্তৰত বেজাৰ লাগে এনেধৰণৰ মানৱতাৰ অপমানত। বেচেৰা এই দুখীয়া মানুহহঁত! আচলতে ইহঁতেহে মানুহ। অহিংসাৰ বাণী প্ৰচাৰ কৰি নুফুৰিলেও ইহঁতেহে প্ৰকৃত অহিংসবাদী। কাৰো প্ৰতি সিহঁতৰ ঈৰ্ষা নাই, কাকো সিহঁতে দুখ নিদিয়ে, কাৰো বস্তু সিহঁতে কাঢ়ি নানে, বেছি ধন-সম্পত্তিৰ প্ৰতিও সিহঁতৰ হাবিলাস নাই, বাস কৰিবলৈ অট্টালিকাও সিহঁতে নিবিচাৰে। সিহঁতৰ হাথীয়াৰ হৈছে শ্ৰম, শ্ৰমৰ দ্বাৰাই সিহঁতে পৃথিৱীক জীয়াই ৰাখে।

"কি কৰিবা? কিন্তু যাদেৰ কৰেছ অপমান, অপমান হ'তে হবে, তাহাদেৰ সবাৰ সমান।"

বঙলা কবিতা ফাঁকি প্ৰতিজ্ঞাই ভালদৰে নুবুজিলেও, এই অপমানৰ যে এদিন প্ৰতিশোধ হব, তাকেই বুজিলে। সেয়েহে সি জ্বলি উঠি

কলে, "বুকফালি দুঃশাসনৰ ৰক্তপান কৰা দি প্ৰতিশোধ লবা লাগে চাৰ।"

"এজন মানুহৰ ওপৰত ব্যক্তিগত ভাৱে প্ৰতিশোধ ললে সমস্যাৰ সমাধান নহয় ভাই। মানৱতাৰ ওপৰত চলা অপমানৰ আমাক লাগে পৰিসমাপ্তি। তোমাৰ নিচিনাই অপমানিত হোৱা, লাঞ্ছিত হোৱা মানুহ যি সকল আজি দেশত আছে সেই সকলক একতাবদ্ধ কৰি শুই থকা সিংহ শক্তি জগাই তুলিব পাৰিলেহে সেই অন্যায়, অনীতি, অত্যাচাৰ, উৎপীড়নৰ বিৰুদ্ধে ৰণ-শিঙা বজাই দিব পাৰিবা। পাৰিবানে?" কিবা এটি অনুপ্ৰেৰণাৰে ৰূপমে কথাবিলাক কৈ যায়।

"পাৰিম, নিশ্চয় পাৰিম।"

"যোৱা তেনেহলে, যোৱা। মই চেপেটা লগা চৰকাৰী মানুহ। মোৰ পৰা তুমি একো নোপোৱা। মোৰ মৃত্যু হৈছে।" কিবা এটা ব্যৰ্থভাৱ ভাৱে তেওঁৰ অন্তৰখনক যেন হেঁচি ধৰে।

ভিতৰৰ পৰা মদালসা ওলাই আহিল। তেওঁৰ মুখত এটি সুন্দৰ হাঁহি।

"কিহৰনো অভিনয় আজি? তেওঁক দীপক দাসৰ লগত পৰিচয় হবলৈ কৈ পঠাওক। তেওঁহে মন্ত্ৰ দিব পাৰিব।"

ঘৈণীয়েকৰ মধুৰ কথাত ৰূপমৰ অন্তৰ জুৰাই গ'ল। তেওঁৰ মনলৈ শান্তি আহিল।

"তেওঁক ( ৰূপমক দেখুৱাই ) ভালপাওঁ দিয়ক মাই। মনৰ দুঃখতে অপমানৰ কথাটো কৰা আহ্ইছিলু। দুইখাৰ দুখ তেওঁ বুজে।"

প্ৰতিজ্ঞাৰ মুখতো এটি সৰু হাঁহি ফুটি উঠিল। মদালসা ৰূপমৰ নিচেই কাষতে থিয় হ'ল।

"দীপক দাসক চিনি পায়নে?" মিহি ভাৱে মদালসাই সোধে।

"চিনো দিয়ক, সি বিহৰ গুটি, জানো তাক, বায়নথেৰ ঘৰোৰ দিয়ক তাহুন। সিয়েই বৰপেটাত ড্ৰাইভাৰ হেণ্ডিমেনৰ সভা, ৰিক্চাৱালাৰ সভা, হাউটেৰ সভা, ইগ্লাথেন স্থাপন কৰা।"



"অ'তেনেহলে ভালদৰেই জানা দেখোন। তোমালোকৰ নিচিনা এনে ধৰণৰ মানুহবিলাক একতাবদ্ধ হৈ তেওঁৰ পৰা পথৰ সন্ধান লব লাগে। নহলে এঁনে অপমান সদায় পাই থাকিবা।"

ৰূপমৰ কথাষাৰ শুনি প্ৰতিজ্ঞাই বেজাৰৰ সুৰত কয়, "কি কৰো চাৰ, দুইখা মাহ্নোৰ ভয় বেছি, বৰপেইটা দুইখা একেবাৰে কাপুৰুষ চালাহঁত। বেটাহঁতে ডাঙৰ মাহনোৰ গু খাবা মুখ মেলি থাকে।"

"কি কৰিবা, মানুহে এবাৰ মনুষ্যত্ব হেৰুৱালে তুনাই ওভোটাই অনা বৰ কঠিন, কিন্তু চেষ্টা কৰা প্ৰত্যেক মানুহৰ কৰ্ত্তব্য। মনুষ্যত্ব ফিৰাই আনি মানুহৰ দৰে সমাজত জীয়াই থকাৰ প্ৰচেষ্টাৰ বাবে আমি ৰজাকো ফাঁচি কাঠত তুলি দিবৰ বাবে সাহস থাকিব লাগিব।"

"কিবা এটা হবো দিয়ক চাৰ। জীৱনৰ আশা নাই যেথেন, মৰাৰ ভয়য়ো নাই দিয়ক।"

এটি উগ্ৰতাৰ ভাৱত প্ৰতিজ্ঞাৰ অন্তৰ গৰম হৈ উঠে। "যাওঁ দিয়ক চাৰ, আপ্নাৰো অফিচৰ সময় হবো। বেইজাৰ নাপাবো, দুখৰ কথা কৰা মাহ্নু নাই। যাওঁ দিয়ক।"

প্ৰতিজ্ঞাই দুয়োকো নমস্কাৰ জনাই খোজ ললে। প্ৰতিশোধৰ ভাৱ তাৰ অন্তৰত দপ্-দপাই জ্বলি উঠিল।

"বাস্তবিকতে বৰ পৰিতাপৰ কথা। ন্যায্য বিচাৰ আজি সমাজত নোহোৱা হ'ল। দুৰ্ব্বলীৰ ওপৰত দস্তুৰমত এটা অত্যাচাৰ চলিছে।"

"ভাৰতৰ ভৱিষ্যতৰ বাবে এইটো বৰ শুভলক্ষণ নহয়। আজি ৰাজনীতি হৈছে ব্যৱসায়। দুপইচা দুৰ্নীতিৰ দ্বাৰা উপাৰ্জ্জন কৰি চুইওলাৰৰদলে খেল পাতিছে ৰাজনীতিৰ। মুখত কৈছে দেশ সেৱাৰ কথা, কাৰ্য্যত কৰিছে ডকাইটি।"

কথাবিলাকত আগৰ সেই মদালসা যেন বিস্মৃতিৰ যুগৰ পৰা

পোহৰলৈ নামি আহে। ৰূপমে তেওঁৰ মুখলৈ চায়। তাত যেন স্পষ্ট হৈ উঠিছে—মানৱ প্ৰেম, দৰদ, সহানুভূতি। তেনে ভাৱৰেই অভিব্যক্তি দেখি মুখখনিলৈ তেওঁৰ ভালপোৱা জন্মিছিল। সেই ভালপোৱাৰ সীমাৰেখা যেন আজি নোহোৱা হৈ পৰিছে। আজি যেন অসীম ভাল পোৱাৰ অনন্ত প্ৰেম।

ৰূপমে কথা নকয়। ৰূপম এতিয়া আৰু আগৰ ৰূপম নাই। তেওঁ যেন বাকৰুদ্ধ হৈছে, স্বাধীনতা ক্ষুণ্ণ হৈছে, বিপ্লৱী ক্ৰিয়াৰ মৰণ ঘটিছে।

এনেতে মীনা আৰু বীণাই ভিতৰৰ পৰা দৌৰ মাৰি আহি চিলঠ দুখন দেখুৱাই কয়, "দেউতা, চাওকচোন কাৰ ফুলটো ভাল হৈছে।"

দুয়োৰো ভাৰ ৰাজ্য শেষ হয়। ছোৱালী দুটিৰ মুখৰ পিনে দুয়ো অপত্য স্নেহ দৃষ্টিৰে চাই কয়, "দুয়োৰো ভাল হৈছে, পিছলৈ আৰু ভাল হব লাগিব।"

দুয়ো জপিয়ায় "মোৰ বেছি ভাল হৈছে," "মোৰ বেছি ভাল হৈছে" বুলি।

* * * *

বেকী নদীৰ ঢল আহিছে, লগতে পৰ্ব্বতৰ মৰা কাঠ আহিছে অজস্ৰ। ববপেটাৰ একশ্ৰেণীৰ গৰীৱৰ মনত আনন্দ।

নাওঁ কেৰেয়াত লৈ কিছুমান আগবাঢ়িছে। দুই চাৰিয়ে ইতিমধ্যে কাঠ ধৰি আনি মৰা নদী আৰু নখাগুৱাৰ পাৰত দোকান খুলিছেই।

প্ৰতিজ্ঞায়ো এজন লগৰীয়া লৈ কাঠ ধৰিবলৈ ওলাইছে। দীপকৰ বহুত দিনৰ পৰাই হাবিলাস আছিল বেকীত কাঠ ধৰা চাবলৈ। এইবেলি প্ৰতিজ্ঞাৰ লগতেই দৰ্শক স্বৰূপে যাবলৈ ওলাল। বেকীত কাঠ ধৰা বৰ কষ্টকৰ কথা। নেদেখা মানুহে কব নোৱাৰে। উগ্ৰ



সাহসী বৰপেটীয়াই কেনেকৈ তাত কাঠ ধৰে দেখিলেহে উপলব্ধি কৰিব পাৰি।

"বাপা, বৰ কষ্ট এ। যাবা খোজা যদি তালো। চাইবাও লাগেচো সিগ্‌লাখেন, তেহে দুইখাৰ দুখ ভালকেন বুজ্‌বি।"

"যাওঁ চল কাকা। সেই দৃশ্য চাবা লাগে দে।"…

বেকীত নাওঁ মেলি দিয়ে। গুৰিয়াল প্ৰতিজ্ঞা, এজন আগুৱাল, আৰু নাওঁৰ গুৰিৰ আগত বহিছে দীপক।

নদীৰ সোঁত প্ৰৱল, পানীৰ পাকবিলাক দেখিলে এদিনীয়া মানুহৰ ত্ৰাসৰ সঞ্চাৰ হয়।

"সিদেল ডাঙৰ কাঠ আহইছে দে। অলপ বাৱ হাতেদি।" নাওঁখন সোঁ সোঁ কৈ সোঁতে টানি নিয়ে। চাকনৈয়া এটিৰ পৰা আঁতৰাই দিয়ে গুৰিয়ালে।

"উ ধোৰ্‌বি।"

ফট কৈ দুয়ো কাঠ দাল ধৰে। দীপকৰ দৃশ্যটো দেখি ভয় লাগে আৰু বৰ আনন্দও লাগে। ই যেন সৰ্ব্বহাৰাৰ জীয়াই থকাৰ এটি অপূৰ্ব্ব দৃশ্য। নদীৰ খৰতকীয়া সোঁত যেন বিপ্লৱ, চাকনৈয়া পুঁজিপতি আৰু কাঠ ধৰা নাওঁ বিলাক যেন বিপ্লৱীৰ দল। দীপকে নাওঁৰ ওপৰত ভাবে এইদৰেই। আন নাওঁ দুই চাৰিখনো তাৰ চকুত পৰে।

"সৌৱা, এদাল প্ৰকাণ্ড কাঠ চাক্‌নৈয়াই থিয় কৈ পুতি থৈছে।"

"দেখ্‌ছা বাপা পানীৰ খেলা? ইও এটা ভগৱানৰ লীলা বাপা। তেওঁ লীলা কৰি আমাকে বাচি থাক্‌বা দিছে।"

"নিশ্চয়।"

আকৌ সন্‌সনকৈ নাওঁখন পানীয়ে টানি নিয়ে। দীপকৰ ভয় লাহে লাহে কমি আহিছে। নাওঁ টানি নিলে এতিয়া তেওঁৰ ভাল লগাহে হ'ল।

"গুৰি থিক আছে, দুজনা গুৰুৰ কৃপাত ভয় নাই। এটা গীতকে গাএ বাপা।" দীপকৰ পিনে চাই প্ৰতিজ্ঞাই কয়।

দীপুকে গাবলৈ ধৰে, গীতটো সি আগৰ পৰা ৰচনা কৰি আছিল।

ধৰ-ধৰ-ধৰ-কাঠ ধৰ,
ধৰ-ধৰ-ধৰ-কাঠ-ধৰ,
বেকীৰ বুকতে
পানীৰ মাজতে
চাকনৈয়া কাষতে
ভয় নাই তোৰ তই বব।
বৰপাট থানৰে তয়ে ৰয়ে বাপ,
গাত বল তোৰ বাঘৰ সমান,
সৰ্বহাৰা তই যে মহান,
বাহুৰ বলেৰে পাহাৰী সোঁতক
কৰ তই চাৰখাৰ।
সৌ যে আছে গাঁৱৰ মাজত
মানুহ খোৱাৰ জাক,
চোৰ তস্কৰ শোষণকাৰী
নেৰিবি নেৰিবি তাক।
পানীৰ মাজত যুজি যুজি তই
ক্লান্ত নহবি বৰ,
মাটিৰ মাজতো বহু যুজ আছে
ধৰ-ধৰ-ধৰ-কাঠ-ধৰ
ধৰ-ধৰ-ধৰ কাঠ-ধৰ।

"বৰ ঠোগা গীত গাইছাএ বাপ। বৰ ভাল লাগ্‌ছেদে, লগে লগে তেজো গৰম হৈ আহে দে। অমৰ উকিলক কোন দিনা পাম!"

"ব্যক্তিগত আক্ৰোশ এৰ কাকা। ব্যক্তি অমৰ উকিল নহয়, সমাজ অমৰ উকিল আৰু তেওঁৰ নিচিনা হাজাৰ হাজাৰ অত্যাচাৰী, যি অত্যাচাৰীৰ দল ভাৰতৰ ইমুৰৰ পৰা সিমুৰলৈ ব্যাপি আছে,



সিহঁতক দমন কৰিব লাগিব, তেহে তোৰ নিচিনা লাখ লাখ প্ৰতিজ্ঞাই শান্তি পাব।"

দীপকৰ কথাত প্ৰতিজ্ঞাই শান্তি পায়, তেওঁৰ মনটো নিজম পৰে। নাওঁ বাই বাই তেওঁ কয়, "থিকেই কৈছা দে বাপা। চ'ল বালাত ভাত কেইটামান খাই নাওঁ ভাইঠে দেওঁ।"

তেওঁলোক আহি বৰপেটা পায়। মৰানদীত নাওঁ বান্ধি খৰি বিক্ৰী আৰম্ভ কৰে। দীপক বাঁহবাৰী বাগানৰ পিনে সংগঠনৰ কামত গুছি যায়।

বানপানী বাঢ়ি আহে। চাওঁতে চাওঁতে বহুত গাওঁ পানীৰ তললৈ যায়। বহুতৰ গৰু ছাগলী উটুৱাই নিয়ে।

অমৰ উকিলে বানপানীৰ বিষয়ে মুখ্যমন্ত্ৰীলৈ তাঁৰ পঠালে। তেওঁলোক কেবাজনো লগ লাগি নাৱেৰে সাহায্যৰ বাবে বাহিৰ হয়।

কেইবাদিনো পাৰহৈ গ'ল। বানপানী ক্ৰমাৎ বাঢ়িহে আছিল। মানুহৰ মনত আতঙ্কৰ সৃষ্টি হ'ল। এনে প্লাৱন বহুত বছৰ বৰপেটা অঞ্চলত হোৱা নাছিল।

উত্তৰ কামৰূপৰ অৱস্থা আৰু ভয়াবহ। কেইখনমান গাওঁ— পুথিমাৰী, বৰলীয়া আৰু পাগ্‌লদিয়াই নিশ্চিহ্ন কৰি লৈ গৈছে। মানুহ নমৰাকৈ থকা নাই, কিন্তু সেই বিষয়ে এতিয়ালৈ একো খবৰ পোৱা নাযায়। বহুত মানুহ ৰেল-লাইন আৰু ট্ৰাঙ্কৰোডত উঠি থাকিল। ৰেল-লাইনৰ ওপৰতেই ঢেঁকীৰে ধান-বনা দৃশ্যও দেখা গ'ল। কামৰূপৰ বিৰাট বানপানীৰ বাতৰি ভাৰতৰ বিভিন্ন ভাষাৰ খবৰৰ কাকতত ওলাল।

বৰপেটা টাউনৰ ভিতৰুৱা দ ঠাই কিছুমানত পানী সোমোৱাত মানুহৰ কষ্টৰ সীমা নোহোৱা হ'ল।

বস্তুৰ দামত জুই জ্বলিলে, ৰাজ্যত যেন ৰজাহে নাই এনে হ'ল। দোকানীয়ে মুখত যি আহে তাকেই দাম কৰে। সস্তাৰ ভিতৰত

খৰিহে সস্তা হৈছে। পানীয়ে খেতি বাতি নষ্ট কৰি অজস্র খৰি কাঠ আনি দিছে।

চৰকাৰী সাহায্য আহিছে হেলিকপ্‌টাৰেদি। ছাত্রৰ খেল-পথাৰত হেলিকপটাৰ চোৱা মানুহৰ সীমা সংখ্যা নাই। দুই এজন মন্ত্রীও কেতিয়াবা এই বিমানত উঠি আকাশ ভ্ৰমি ৰাইজৰ দুখ-কষ্ট চালে। দৰৱ, গুৰি-গাখীৰ, বিস্কুট আনি পৃথিবীত নমাই দিয়া হ'ল। চৰকাৰী সাহায্য প্রণালীক কোনোৱে বখানিলে, কোনোৱে উপলুঙা কৰিলে।

ৰাজনৈতিক দল বিলাকৰ দুই চাৰি সভাসমিতি বহিল, নিজৰ নিজৰ সভাত নিজ দলৰ গুণ নিজে বখানিলে। দুই চাৰি সভ্যই আন দলক দোষাৰোপো কৰিলে। চৰকাৰৰ ঘৰৰ পৰা ৰাইজৰ সহায় আৰু সহযোগ কামনা কৰি গোহাৰি চপোৱা হ'ল। নিজৰ শৰীৰক কষ্ট দি বিপর্য্যয়ৰ ঠাইলৈ গৈ সাহায্য বিতৰণ কৰিবলৈ মানুহ নোলায় কিন্তু চৰকাৰক সমালোচনা কৰি বিভিন্ন দলক গালি পাৰি বক্তৃতা দিয়া বক্তা অলেখ। চৰকাৰী বা-বিষয়া বিলাকেই সাহায্য দানৰ বাবে পীড়িত অঞ্চললৈ গ'ল।

বৰপেটা মহকুমাত দুর্য্যোগ বেছি হোৱা নাই, নলবাৰী বৰ্ডিয়াৰ উত্তৰ অঞ্চল অতি শোকলগা অৱস্থাত পৰিণত হৈছে। মানুহৰ ঘৰ-দুৱাৰ ভাঙি গৈছে। বাৰীৰ গছ-বিৰিখ উটুৱাই নিছে, গৰু মহৰ বিলায়-বিপত্তিৰ সীমা নোহোৱা হৈছে।

"কিএ বাপা ফুৰছা ?"

"ফুৰ্‌ছোদে, খৰি বিক্রী কেনে ?"

"নাই এ বাপা, দামো নাই, কিনা মাহ্‌নুও নাই।"

"কিয় ?"

"মাহ্‌নোৰ অৱস্থা নাই। কামলা কৰি দুই টকা পায়, এক টাকাৰ চাউল কিনে, চাৰি আনাৰ খৰি, আট আনাৰ নিমখ-তেল আৰু চাৰি আনাৰ মাছ দালি, এয়ে হৈছে বাজাৰ। ধানৰ নাওঁ



এখেলে ছয়-সাতদিন বহি কালি মিলত ধানখিনি বিক্রী কৰি গুছি গেল। ধান কিনিখোৱা মাহনু নাই।"

প্রতিজ্ঞাৰ মুখত এটি হতাশাৰ ভাবে দেখা দিয়ে।

"ধান কিয় বিক্রী নহয় ?" দীপকে সোধে।

"টকা ক'ত ? চাউল বজাৰত চাৰি আনা বা আঠ আনাটো পাই, ইফালে লোকৰ হাতত বেছি টকা নপৰে। সিখুন্তি টকাতো সিকিটো হাতত পৰ্‌লি দোকানৰ পৰা দুটা চাউল নি খাইছে, নহলে ৰিক্ত উদৰ, তিক্ত জীৱন।"

দীপকে আচল কথাটো বুজিলে। এই সাধাৰণ মানুহ বিলাকৰ পৰাইতো ঠাইৰ অর্থনৈতিক পৰিস্থিতি বুজিব পাৰি।

"যাওঁ দে কাকা।"

"যা বাপা।"

দীপকে ভাবি ভাবি চাউলখোৱাৰ দলঙৰ পিনে খোজ ললে। তাৰ মনটো বিমর্ষতাত উপচি পৰিল। এই দৰিদ্র সকলৰ দুখ-দুর্গতি দেখিয়েই সি এদিন সামাজিক ব্যৱস্থাৰ লগত সংগ্রাম কৰিবলৈ পগলাৰ দৰে ঘূৰি ফুৰিছিল। দুখ-কষ্ট সহ্য কৰিলে অসম্ভৱ, পুলিচৰ লাঠিৰ কোবত হাত এখনো চিৰকালৰ বাবে দুর্ব্বল হৈ থাকিল। মাক-বাপেকৰো বহুত গালি খালে। কি যে অনুপ্রেৰণাৰে পার্টি সংঘাতত নিজকে ঢালি দিলে। আজি সেই দিনবিলাক সপোন যেন লাগে।

দিনবিলাকৰ পৰিবৰ্ত্তন ঘটিল। জনতাই স্বাধীনতা পাই শক্তি হেৰুৱালে। দেশসেৱক সকলে শাসনৰ ভাগ পাই বিপ্লবী শক্তিক নিষ্ক্রিয় কৰিলে। দেশ সেৱাৰ অনুপ্রেৰণা লৈ নতুন ডেকা দল দেশত নোলাল। ডিগ্ৰী লাভ, ৰাজপদ আৰু বিদেশ যাত্ৰাই হ'ল তেওঁলোকৰ জীৱনৰ মূলমন্ত্র। ৰাজনীতিৰ পৰা ছাত্রসমাজক আঁতৰত ৰাখিবলৈ চেষ্টা চলিল, তেওঁলোকক বিলাসিতাৰ ফালেহে নমাই দিয়া হ'ল।

এনেকৈয়ে ভাবি ভাবি দীপক বাটেদি গৈ থাকিল।

* * *

দুখে-কষ্টে বাৰিষাৰ দিন কেইটা পাৰ হৈ গ'ল। আঘোন পুহলৈ বয়-বস্তুৰ দাম কমিব বুলি মানুহে আশা পালিলে। কিন্তু একো বস্তুৰে দাম নকমিল। ধান খেতি সকলো পিনে বৰ ভাল হ'ল। কয়া-কুচীৰ হাটত ছয় টকালৈ ধানৰ দাম নামিল। কিন্তু বৰপেটা টাউনত ধান পাবলৈ নাই। ক'ৰবাত অলপ পালেও মোনে বাৰ টকাকৈ লাগে।

দালি, মিঠাতেল, মিলৰ চাউল আৰু আন আন দৈনন্দিক জীৱনৰ খাদ্য সামগ্ৰীৰ দাম কিছু বাঢ়িছেহে।

ইপিনে, চীনৰ লগত সীমাৰ সংঘৰ্ষ আৰম্ভ হ'ল। সীমান্তলৈ আমাৰ সৈন্যদল মাতৃভূমিৰ সন্মানৰ বাবে আগ বাঢ়ি গ'ল।

এই দৰেই হাজাৰ বছৰ আগৰে পৰা চলি অহা মিত্ৰ দেশ দুখনৰ বন্ধুত্বত কেনা লাগিল।

কাশ্মীৰৰ সীমান্ততো চুৰচুৰীয়া সংঘৰ্ষ হ'ল। শান্তিকামী ৰুচিয়াই উভয়কে পুনৰ বন্ধুত্বৰ দোলেৰে বান্ধিবলৈ যত্ন কৰিলে। পেটুৱা বেপাৰী কেইটাই সুযোগহে বিচাৰি থাকে।

যেতিয়াই তেতিয়াই গৰীবৰ মৰণ। বজাৰৰ দামৰ ওপৰতে ভগৱন্তৰো বোধহয় ক্ষমতা নোহোৱা হৈছে।

আজিকালিৰ বেপাৰী? তেওঁলোক হৈছে মাৰোৱাৰী বৰবৃক্ষৰ পাৰত গজি উঠা। কিছুমানে বৰপেটা ৰোডৰ মাৰোৱাৰীৰ বয়-বস্তু সোপাকে কিনি আনি বৰপেটাৰ বৰবজাৰত বৰবেপাৰী, বস্তুৰ দাম বঢ়োৱাৰ সুযোগ হে বিচাৰি ফুৰে। ...

"অ' বাপা খা, সুদা ভাতকে খা। ৰাতি কিবা আনি দিম দে।" ঠেহ পতা ল'ৰাটোক ফুচুলাই প্ৰতিজ্ঞাই কয়।

মাকে ল'ৰাটোৰ কাষত বহি বটলটো লিৰিকি দুটোপামান তেল কাহিখনত পেলাই সানি দি খাবলৈ কয়।

ভোকতে সি খাবলৈ ধৰে। এনেতে বাহিৰৰ পৰা কোনোবাই চিঞৰি মাতে "অ' খুড়া, খুড়া আছা?"



"কোনিয়ে বাপা?"

"মইয়ে খুড়া।"

"পিতাম্বৰ নাকি এ?"

"অ'। চধ্‌ৰীথেৰ নামক যাবা তোক দেখুন পাঠেকে মাত্‌বা লাগ্‌ছে। নাগাধা বাজৱা মাহনু বোলে নাই।"

প্ৰতিজ্ঞা বাহিৰলৈ ওলাই আহি কলে, "অ বাপা, মই যাবা নৰো বুলি কবি দে। ধনী মাহ্‌নুৰ ঘৰ বৰ্জ্জন কোৰচু।"

"কিওৱে খুড়া?"

"তই নুবুজা দে বাপা চলি মাহনু। ধনীৰ লগত মোৰ সম্পৰ্ক নাই। দুজনা গুৰু বৈকুণ্ঠৰ পৰা নামি আহি ধনীৰ নাম খোলাত আৱিৰ্ভাৱ হলিও মই নাযং যা বাপা।" স্পষ্ট ভাৱে প্ৰতিজ্ঞাই কয়।

মাতিবলৈ অহা ল'ৰাটোৱে কথাবিলাক ভালকৈ উপলব্ধি কৰিব নোৱাৰি আন একো কথা নকৈ ফিৰি গ'ল।

চৌধুৰীৰ মাকৰ শ্ৰাদ্ধ উপলক্ষে নাম কীৰ্ত্তন আছিল। দুখন হাটীৰ ভকত মাতিছিল থিয় নাম গাবলৈ। দিনত প্ৰসঙ্গ নাম হৈছিল। চৌধুৰীয়েও যোৱা বছৰৰ পৰা বামুনীয়া কৰ্ম্ম ত্যাগ কৰিছে। বিয়া আৰু শ্ৰাদ্ধৰ বামুনীয়া কৰ্ম্ম-পদ্ধতি একশৰণ ধৰ্ম্মৰ বিৰোধী বুলি ক্ৰমাৎ মহাপুৰুষীয়া মানুহবিলাকে এৰিব ধৰিছে। চৌধুৰীৰ নিচিনা এজন প্ৰতিপত্তিশালী লোকে এই কাৰ্য্য নামকীৰ্ত্তনেৰে কৰাত উক্ত দলৰ বল বাঢ়িছে।

অলপ পাছতে নাৰায়ণ বায়নে আহি মাত দিলে, "অ' পতিকা, পতিকা, আহক। ৰাইজে আপোনাক চাই আছে।"

"নাৰেণ বাপা এ।"

"অ', অ আহক নামক লোগি। উকিলখানা নাম চাইবা উঠি আহ্‌ইছে।"

প্ৰতিজ্ঞা বাহিৰলৈ ওলাই আহিল। "মই নহ্‌লি নোহোই বাপা? মোৰ দেখো ধনীৰ ঘৰোক যাৱা নিয়ম নাই।"

"বুজি পাইছোবলক আপনাৰ কথা। ধনী হলেও চৌধুৰী পৰম ভকত মানুহ। ধন ঈশ্বৰে তেওঁক নিজে দিছে। কাৰো অন্যায় কৰি তেওঁ ধন অৰ্জ্জা নাই। সকলো ধনীয়েই পাপী নহয়।"

"বাপা, তই দেখো মোক বিপদত ফেল্‌লি, চধৰী মাহ্নু ভাল, কিন্তু বাপা, তেওঁও ধনীৰ সমাজভুক্তহে।"

কথাখিনি কৈ প্ৰতিজ্ঞাই বায়নৰ মুখৰ পিনে চাই থাকে। ভিতৰৰ পৰা প্ৰতিজ্ঞাৰ পৰিবাৰে মাত দি কয়, "নাযায়নো কিয়? বাইজৰ আগত অহংকাৰ কৰা দোষ।"

"বৌৱে থিকেই কৈছে। চৌধুৰীৰ বোলনৰ বাহিৰেও দহ ভকতে আপোনাক বোলন দিছে, তেনে স্থলত যাৱাহে উচিত। তাৰ উপৰিও আমাৰ নেতৃস্থানীয় লোক অমৰ দাস, মাধব পাঠক, ক্ষমা ওজা আদি লোক সকল উপস্থিত হৈছে। আপোনাৰ গুণ দেখিলে তেওঁলোকে নিশ্চয় আপোনাৰ ফালে চাব।"

গায়নৰ কথা শুনি প্ৰতিজ্ঞাৰ মনটো স্ফুৰ্ত্তি হল। তেওঁ খন্তেক তলকা মাৰি থাকি লাহে লাহে কলে, "চল বাপা, তেনেহলি চ'ল।..."

......চৌধুৰীৰ ঘৰৰ নাম শেষ হল। নামৰ শেষত অমৰ উকিলে লাহেকৈ প্ৰতিজ্ঞাক মাত দিলে। প্ৰতিজ্ঞা কাষলৈ আহিল। সিদিনা ঠাট্টা কৰি তেওঁক ওভোটাই পঠোৱা কথাটো উকিলৰ মনত পৰি মনটো অলপ কুমলিল।

"তোমাৰ মাটি কোৰবাত বন্দোবস্ত হ'ল?"

খুউব মিহি ভাৱে তেওঁ উত্তৰ দিলে, "নাই হৰা দিয়ক, আশাও নাই।"

উকিলে বেঁকাকৈ কৈ হাঁহি মাৰি "মোৰ তাতে একদিন যাবা" বুলি কৈ লগৰমানুহৰ লগত গুছি গ'ল। প্ৰতিজ্ঞাই মুখেৰে একোনামাতিলে। মাথো মনে মনে ভাবিলে, দুদিনীয়া দেহা, দিন কেইটা গলেই হ'ল।

আন মানুহবিলাক উঠি যোৱাৰ পিছত চৌধুৰীৰ লগত গজেন্দ্ৰ উকিল আৰু নাৰায়ণ বায়নে কিছু সময় বহি গল্প কৰিলে। চীনে সীমা



থেলাকে আদি কৰি পৰ্ব্বতীয়া এলেকাৰ পৰা অসমীয়া ভাষা বিতাৰণৰ কেন্দ্ৰীয় নীতি, উৎকট হিন্দীবাদীৰ আস্ফালন, ৰিজাৰ্ভ উঠাই দিয়া, ইত্যাদি কথা তেওঁলোকে আলোচনা কৰিলে।

চৌধুৰীৰ সকলো দল-খেলৰ মানুহৰ লগতেই মিল, কাৰণ কোনো দলকেই তেওঁ সমালোচনা নকৰে, আৰু কাৰো দোষো নধৰে। তেওঁৰ ব্যক্তিগত আস্থা হৈছে—অসমীয়া ভাষা সাহিত্যৰ উন্নতি সাধন কৰোৱা, অসমীয়া কৃষ্টি-ধৰ্ম্মৰ প্ৰচাৰ কৰোৱা। সেয়ে, এনেধৰণৰ কামৰ বাবে তেওঁ যথেষ্ট দান-বৰঙনীও দিয়ে।

* * *

বাঘবৰ অঞ্চল। বৰপেটাৰ পৰা দক্ষিণ-পশ্চিম ফালৰ এই প্ৰাচীন অঞ্চলটোৰ বহুত বুৰঞ্জীয়েই কালৰ বুকুত লয় পাইছে। বাঘবৰ অঞ্চল নুবুলি বাঘবৰ উপত্যকা বুলি কলেহে বেছি ভাল হয়। বাঘবৰ নামৰ সৰু পাহাৰখনক কেন্দ্ৰ কৰি হালধিয়া, ময়নবৰী, লেহি-দঙৰা, মনদিয়া, জনিয়া আদি প্ৰাচীন ঠাইবোৰ এই উপত্যকাতেই পৰে। এই ঠাইবিলাকৰ নামটোহে আছে, কিন্তু বুৰঞ্জীৰ পাত কেইবাখিলা হেৰাল। শ-শ বছৰ এইবোৰ হাবি হৈ থাকিল। পিছত হাবি কাটি নতুন গাওঁ উলিয়ালে নবাগতসকলে। এতিয়া এওঁলোক নতুন অসমীয়া।

এতিয়া পূৰ্ব্ব-পাকিস্থানৰ পৰা আকৌ ভাঙি আহিল হাজাৰ হাজাৰ নতুন লোক।

মাটি বন্তনৰ থৈয়া-নথৈয়া লাগিছে। ভূঞা হাকিমৰ বৰ দিন। উদ্বাস্তুৰ চেক্ৰেটৰী চেটাৰ্জ্জী আৰু পমুৱাৰ দৰদী আল্লাউদ্দিন উকিল দুয়ো জনেই হাকিম ডাঙৰীয়াৰ বৰ বন্ধু। চেটাৰ্জ্জীৰ হৃদয় হেনো কান্দে বঙ্গ ভগনীয়াৰ কাৰণে আৰু পমুৱাৰ দুখ দেখি পৰাণ পমি যায় আল্লাউদ্দিন চাহাবৰ। দুয়ো ভাত পানী এৰে এই দুই সম্প্ৰদায়ৰ বাবে।

মাটিৰ বন্তন চলে। এজন এজনকৈ দুয়ো হাকিমৰ ভিতৰ ঘৰত সোমায়, আৰু কাগজীয়া টকাৰ উখল-মাখল লগাই দিয়ে।

হাকিমে বাঘবৰত কেম্প কৰে। চেটাৰ্জ্জীৰ গাত তৎনাই। দিনত মানুহৰ দলদোপ-হেন্দোলদোপ। সন্ধিয়া হৈ অহাৰ লগে লগেই সংগীতৰ মজলিচ আৰম্ভ হয়। চেটাৰ্জ্জী নিজেই এজন গায়ক। দুজনী গায়িকাও তেওঁ লৈ আহে, লগতে দুই এজনী বান্ধবীও আহে।

দীপকে এই অঞ্চলত ঘূৰি সন্ধিয়া একোচা কৃত্ৰিম গোঁফ লগাই বঙালীবিলাকৰ মাজত বহি সংগীত শুনে। আনবিলাকে তেওঁক কোনোবা ফালৰ পৰা অহা বঙালী বুলিয়েই ধৰি লয়। কোনেও তেওঁক অ-বঙালী বুলি ভাবিব নোৱাৰে, কাৰণ তেওঁ ভাল বঙলাও কব পাৰে।

শিবিৰৰ কাণ্ড কাৰখানা দীপকে ভালকৈ নিৰীক্ষণ কৰি লয়। বঙালীৰ নিচিনা ধুতি পিন্ধি, সোলোকা পোন মাৰি গোঁফ কোচাৰে শিবিৰৰ ভিতৰ ৰাজ্যতো ইখন সিখন কৰা চুটা কৰি সোমায়।

এটি অস্থায়ী কোঠাত হাকিম ডাঙৰীয়াৰ শোৱা পাটী। এবাৰ তেওঁ পাক মাৰি তাৰ পৰাও আহে। আয়ুৰ্ব্বেদ ঔষধালয়ৰ মৃতসঞ্জীৱনী সুৰাৰ ডাঙৰ বোটল দুটাও তাত আছে। প্ৰহিবিচনৰ ই এটি নগ্ন ৰূপ। ৰাতি হৈ আহে। দীপকেও আনৰ লগত নিজেই এডোখৰ কলপাত পাৰি ভাত খাবলৈ বহে। জলাৰ উৎপাতত দালী আৰু তৰকাৰী খাব নোৱাৰে, মুখখন যেন জ্বলি যায়, জিভাখন পুৰি যোৱা যেন পায়। তথাপিও পেটৰ ভোকত এৰিবৰ মন নাযায়।

মানুহবিলাক খাই বৈ উঠি কিছুমানে নিজৰ গাৱঁলৈ যায়, কিছুমানে বন্ধু-বান্ধৱৰ ঘৰলৈ যায়, আৰু কিছুমানে ঠাই উলিয়াই অ'ত ত'ত শুই পৰে। দীপকেও ওচৰতে এঘৰ মানুহৰ খেৰৰ পুঞ্জি এটাৰ পৰা অলপ খেৰ উলিয়াই অলপ আওহতীয়া অথচ শিবিৰৰ কাষতেই চোলাৰ তলত পেটত বান্ধি ৰখা কলা চাদৰখন লৈ কুকুৰ মোটোকা দি পৰি থাকিল।

মানুহ নিঃপালি দি আহিল। দীপকে কলা কাপোৰখন ভৰিলৈকে লৈ এন্ধাৰত মিলি গ'ল।



কুকুৰ এটাই ভেউ ভেউ কৰোতে লাহেকৈ অলপমান চেনি জেপৰ পৰা উলিয়াই মাটিত পেলাই দিলে, কুকুৰ ঠাণ্ডা হ'ল।

দীপকে পিছপিনৰ বেৰাৰ এটি ফাঁকত চকু থলে। বেচ, ভিতৰলৈ সুন্দৰ দেখা যায়। লেম্প এটা জ্বলি আছে। মেজ এখনত কিছুমান দহটকীয়া পাঁচটকীয়া আৰু আন আন সৰু নোট, কাষতে থিয় হৈ থকা গাভৰু জনীৰ হাতত দি টুপুৰকৈ ভূঞা ডাঙৰীয়াই তাইৰ গালত নিজৰ মুখখন লগাই দিলে, চপ্‌কৈ এটি শব্দ উঠিল। তাই হাঁহিলে।

আন কোনোবা এজনী শুই থকা দীপকৰ চকুত পৰিল। বোধহয় তাইক শেষ ৰাতিৰ কাৰণে সাঁচি থৈছে।

দীপকে নিৰ্ল্লজ্জৰ দৰে চাই থাকিল। পিছতেই দুয়োৰে ধেমালি আৰম্ভ হ'ল। দীপকে আৰু চাব নোৱাৰা হ'ল। চকু দুটা মোহাৰি সি তাৰ পৰা খোজ ললে। দুৰ্নীতি আৰু দুঃচৰিত্ৰতাৰ নগ্ন চিত্ৰত সি যেন কোঁচ-মোচ খালে। ই ব্যক্তিৰ অধঃপতনেই নহয়, সমাজৰ অধঃপতনো ইয়াৰ লগত জড়িত আছে। ৰাতিয়েই সি ময়নবৰীৰ ফালে খোজ লয়। এনেকৈ গভীৰ ৰাতিও নিৰ্ভয়ে ই গাওঁৰ পৰা সিগাওঁলৈ যাবলৈ সাহস আৰু অভ্যাস তাৰ আছে। বৈপ্লৱীক সংঘাতৰ সময়তো সি তেনেকৈ ফুৰিছিল।

......দিনবোৰ পাৰ হৈ যায়। বাঘবৰৰ বাঘেশ্বৰীলৈ সেন্দুৰ আগবঢ়াই ভূঞা ডাঙৰীয়াই ধন-সম্পদ গোটায়। নখণ্ডা নদীৰ পাৰত তেওঁৰ সুন্দৰ দুমহলীয়া ঘৰ খাৰা হৈ উঠে, তেওঁৰ ভায়েকহঁতৰ ধুতিৰ পৰিবৰ্ত্তে এশটকীয়া ঠেং-চোলা সোমায় পৰে, ভনীয়েকহঁতৰ চকুত ৰোল্ড-গোল্ডৰ চছ্‌মা তিৰ্‌বিৰাই উঠে। হিংসুক মানুহৰ চকু পোৰে, বহুতে বহুত কথা কয়। ভূঞা ডাঙৰীয়াই কিন্তু সেইবোৰলৈ ভ্ৰূক্ষেপ নকৰে। তেওঁ বৰ বুদ্ধিমান ডেকা। মুখত মিচিকিয়া হাঁহিটো তেওঁৰ লাগিয়েই আছে। অঞ্চলৰ নেতা-সকলক ঘৰলৈ মাতি নি চাহ-জলপান খুৱায়, ভনীয়েকহঁতে হাঁহি হাঁহি কথা পাতে,

অভ্যৰ্থনীত সকলো মুগ্ধ হয়। তেওঁৰ প্ৰথম লৰাটোৰ পিছত দ্বিতীয় সন্তান ছোৱালীজনীৰ অন্নপ্ৰাশনত হেজাৰ টকা খৰছ কৰি দহ জনৰ আশীৰ্ব্বাদ লয়।

অমৰ দাস, মাধৱ পাঠক, ক্ষমা ওজা আদিৰ নিচিনা বিশিষ্ট লোকো তাত উপস্থিত হৈছিল। দুই এক চকু-চৰহা মানুহে তাকেই আকৌ দুৰ্নীতি নিৰোধ বিষয়াৰ কাণ চুৱাইছিল। চোৰাং ভাৱে কোনোবা এজন হেনো এই বিভাগৰ বিষয়াই ইয়াৰ সু-সূত্ৰ লবলৈও আহিছিল। কিন্তু কি কৰিব? ভূঞাৰ নিচিনা এজন বুদ্ধিমান বিষয়াৰ আগত সেই সকল কিমান পানীৰ মাছ!

মানুহৰ স্মৃতিশক্তি দুদিনীয়া। অলপ দিনৰ ভিতৰতে এইবোৰ কথা মানুহে পাহৰি যায়।

চেটাৰ্জ্জী বাবুৰ মানুহে বাঘবৰ উপত্যকাত নিগাজী হোৱাৰ দৰে আল্লাউদ্দিন চাহাবৰো মানুহ বহুতেই নতুন সুবিধা পাই নতুন খাট-পাম আৰম্ভ কৰিলে।

বানপানীত ক্ষতিগ্ৰস্ত হোৱা কেইবা শ মানুহেও তাত মাটি লৈ নতুন কৈ বহিল। গোবিন্দপুৰ ৰিজাৰ্ভতো কিছুমান মানুহ সোমাল। অমৰ দাসৰ লগত আল্লাউদ্দিন চাহাবে এই কথাটো লৈয়ে বৰ গোপনে কেইবাবাৰো ছিলঙলৈ গ'ল।

"ৰিজাৰ্ভৰ নতুন নক্‌চাত সীমাটো থিক কৰি ললেই হব।"

* * * *

নাৰায়ণ বায়ন, গজেন্দ্ৰ উকিলে পুনৰ এখন ৰাজহুৱা মিটিং পাতিবলৈ পাঙিছিল। বে-দখলকাৰীয়ে ৰিজাৰ্ভ দখল কৰা বুলি অসমীয়া কাকতত এটি খবৰো ওলাল। মহকুমাৰ বৰ হাকিমে এই কথাটোকেই লৈ অমৰ উকিলৰ লগত আলচ কৰোতে ডাঙৰ ধমক এটিও খালে। বেচেৰাই প্ৰমোচনত কিবা হেঙাৰ জন্মিব বুলি মুখেৰে একো নামাতিলে।



দীপকেহে সেই উপত্যকাৰ প্ৰকৃত খবৰ জানে, কিন্তু নেতৃস্থানীয় কোনো পাৰ্টিৰ মানুহেই তেওঁক বিশ্বাস নকৰে। গজেন্দ্ৰ উকিলহঁতে টাউনতহে সভা-সমিতি পাতে, কিন্তু সেই অঞ্চলৰ পৰিস্থিতি নিজ চকুৰে চাবলৈ নাযায়। দীপক কিন্তু দেশৰ প্ৰকৃত দ্ৰষ্টা, তথাপিও তেওঁক ফতুৱা ভকত বুলি কিছুমানে ঠাট্টাহে কৰে। দীপক দেশৰ আৰু সমাজৰ এজন প্ৰকৃত মঙ্গলাকাঙ্খী। পূৰ্ব্বতে যে পাৰ্টিত ঘূৰি ফুৰিছিল সেইটোও মানুহৰ মঙ্গলৰ কামনাতহে। এতিয়া ব্যক্তিগত ভাৱে সংগঠনৰ কামত ঘূৰি ফুৰিলেও মানুহে তেওঁক পাৰ্টিৰ মাজেদিহে চায়। সেয়েহে, দীপকৰ কেতিয়াবা মনটো বেয়া লাগি যায়, আকৌ পাৰ্টিৰ সক্ৰিয় কৰ্ম্মী হৈ উঠিবলৈ কেতিয়াবা অনিচ্ছুক আকাঙ্ক্ষা জাগি উঠে।

মন বেয়া লাগিলে আজিকালি দীপকে দয়ানন্দ দাসৰ ঘৰলৈ যায়। দয়ানন্দ দাস আগতে এজন নামজ্বলা সাহিত্যিকেই আছিল। আলোচনীৰ পাতে পাতে তেওঁৰ চিন্তামূলক প্ৰবন্ধ ওলাইছিল। সংসাৰৰ অভাৱ অনাতনে মানুহজনক জুৰুলা কৰি বুঢ়া কৰিলে। পচিশ বছৰ আগতে তেওঁ অবিবাহিত আছিল। সেই সময়ৰ কলেজত পঢ়া ডেকাদলটোৰ বন্ধৰ সময়ত তেওঁৰ ঘৰতেই আড্ডা আছিল। শ্ৰদ্ধাৰ মাজেদিয়েই তেওঁক ডেকাদলটোৱে কিমান ঠাট্টা কৰিছিল। সেই সময়ত সাহিত্য চৰ্চ্চাৰ তেওঁৰ মহা পয়োভৰ। "ব্যৰ্থতাৰ সপোন", "কুঁৱলীৰ কবিতা", "তপত চুমা", "সমাজৰ অন্তৰ বিপ্লৱ" ইত্যাদি বিখ্যাত পুথি তেওঁৰ সেই সময়তেই ওলায়।

লাহে লাহে সেই ডেকা দলটো নোহোৱা হ'ল। সকলোৱে শিক্ষা সাং কৰি সংসাৰত প্ৰবেশ কৰিলে। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ সেইসকল সিঁচৰিত হৈ পৰিল। কাৰো লগত কাৰো যোগাযোগ নোহোৱা হ'ল।

বয়স উকলি যোৱাত ডাঙৰৰ তাৰনাত দয়ানন্দ দাসে বিবাহ কৰিলে। এটি দুটিকৈ সাতোটি লৰা-ছোৱালী উপজিল। ছোৱালী

বিয়া দি দায়িত্ব এৰুৱালে। ভায়েক দুজন ডাঙৰ হৈ কাম-কাজত সোমালত তেওঁৰ অৱস্থাও কিছু বাৰুলৈ আহিল। নতুন ঘৰ কৰি হাটীৰ মাজৰ পৰা বৰ্দ্ধিত টাউন অঞ্চললৈ আহল বহল ঘৰ কৰি উঠি আহিল।

সন্ধিয়া সময়ত চিগাৰেট হুপি হুপি তেওঁ কিতাপ পঢ়ে। সিদিনাও দেওবাৰে পিৰালিত বহি তেওঁ কিতাপ এখন হাতত লৈ ছিগাৰেট হুপিছে। এনেতে দীপক গৈ ওলাল।

"আহা আহা, কেইবাদিনো আহা নাই দেখোন ?"

"নকৰ দিয়ক, পিতাৰ গা ভাল নহয়। গোবৰ্দ্ধনাক গেলু ধান আন্‌বা। মানুহখিনিৰ লগত মোৰ ভাল সমন্ধই ৰবো যেন পাওঁ। অপাৰেচনৰ সময়ত সেইবিলাক ঠাইত ঘূৰি ফুৰ্‌ছো নহয়।

"দিয়া, পাছত ধানচান পালা ?"

"পাইছো দিয়ক। বছৰ দিনৰ হব। পিতা গেলি কিন্তু আৰু কিছু আনি বিক্ৰি কোৰ্‌লাক হয়।"

"ধান কেইটা বৰ দৰকাৰ দিয়া। মইয়ো অলপ মাটি লবাৰ থিক কোৰ্‌ছু।"

"ক'ত ?"

"বাঘবৰৰ ফালে।"

"টকা কিবা খৰছ ক'ৰলাক নেকি ?" উৎকণ্ঠাৰে দীপকে সোধে।

"অলপ্‌ খৰছ হলহে।"

দীপকে মিচিক্‌কৈ হাঁহি কলে, "দিয়ক, কিন্তু বেছি খৰছ নকৰ্‌বো। পৰৰ বদনাম কৰা বেয়া, কিন্তু লাহে লাহে বুজ্‌বো। ভূঞা চাহাবে একোডোখৰ্‌ মাটিকেই দুই তিনি জনক দি নানা বেমেজালি আৰু কাজিয়াৰ সৃষ্টি কৰিছে। তেওঁৰ লীলাৰ কথা কি কব ?"

চিগাৰেটৰ ধোৱাখিনি মুখৰ পৰা উলিয়াই দি দাসে কয়, "নুশুনা নহয় দিয়া, কিন্তু সি সিদিনাৰ চলি হৈ যদি আমাৰ লগতো বেইমানী কৰে তেনেহলি তাৰ পতন হবো থিক।"



"কৰা নৰো দিয়ক। আজি কালি দেখো সিবিলাকৰহে বেছি উন্নতি।"

হাতৰ ভঙ্গীৰে দাসে কয়, "দুই দিনাহে। অন্যায় অত্যাচাৰৰ বিচাৰ আছেহে।"

"আছে, অৱশ্যে ঈশ্বৰৰ বিচাৰত আছে, কিন্তু ভাৰতৰ যুগ-ধৰ্ম্মত সিটো নাই হেন পাওঁ।" এটি বিষাদৰ সুৰত দীপকে উত্তৰ দিয়ে।

"সমাজৰ সোঁতৰ এটি অনন্ত ধাৰা আছে।" দাৰ্শনিকৰ দৰে দাসে কয়। "সেই প্ৰবাহত বহুত ঘটনাই নদীৰ পানীৰ নিচিনা বৈ যায়। নদীৰ পানীত জেং জাবৰ বৈ আহিলেও নদীৰ পানীৰ সোঁতৰ নিৰ্ম্মলতাক নষ্ট কোৰ্‌ৱা নৰে, যেনেকেন, এই যে সমাজ বুৰঞ্জীৰ ধাৰা, তাকো দুইদিনা দুৰ্নীতি বা কুশাসনে ধ্বংস কোৰ্‌বা নৰে। সমাজৰ অমৰ আত্মা তাৰ মাজতে জাগৰিত হৈ জেং জাবৰ সকলোকে উটে লৈ যাবো।"

"আশাবাদী মানুহে সেইটো বিচাৰিৰই। সত্য শান্তিৰ পূজাৰী মানুহে অন্যায়ক বাধা দিবই নিশ্চয়।" আশাবাদীৰ স্তৰৰ পৰা দীপকে কয়।

"ৰাজা বা শাসকৰ ইতিহাসেই সমাজৰ ইতিহাস নহয়। এই-বিলাক একেবাৰে ক্ষন্তেকীয়া। ইবিলাকৰ মৃত্যু অনিবাৰ্য্য। মোগলৰ আগতে মোগল নাছিল, আমাৰো আহোম-কোচৰ যুগ আহিল, গেল। আজি কংগ্ৰেছৰাজ আহ্‌ইছে, কালি হয়তো নহৰা হবো। কিন্তু সমাজ চিৰকাল থাক্‌বো, দেশ চিৰকাল ৰইবো।"

"থিকেই।"

"যাৰক দিয়া এইবিলাক কথা। পাছে কিহবাত লাগা। নিজৰ ভাত কেইটাটো অইলবা লাগবো। গৰীবৰ ৰাজনীতি মিছাহে। ই হৈছে সম্পূৰ্ণ ভাৱে ধনীৰ বস্তু। এৰি ফেল্‌বা পলিটিক্‌চ্‌।" হুকুম দিয়াৰ নিচিনা দাসে কয়।

"এৰছো দিয়ক। আমাৰ আন্দোলনটোৱে আগইতা হৈছিল। ভাৰতবৰ্ষ এথেনো ইবিলাকৰ বাবে সাজু হবা পাৰা নাই।"

"শিক্ষাহীন দেশহে। মানুহেহে সংঘাত চলবা পাৰে। মানবীয় আন্দোলনৰ বাবে প্ৰথমতে মানুহক মানুহ কোৰবা লাগে।" দাসে এডাল নতুন চিগাৰেট জ্বলাই লয়।

এনেতে চাহ আহে। দুয়ো দুটা কাপ তুলি লয়। দাসে সোঁ হাতত চিগাৰেট ডাল আৰু বাওঁ হাতেৰে কাপটো নি মুখত দিয়ে। মাজে মাজে চিগাৰেটতো হুপা মাৰে।

"পামতে লাগু বুলি থিক কোৰ্ ছু। পিতাও বুঢ়া হৈ আহিল। ইফালে নাঙল যাৰ মাটি তাৰ বুলি কৈ পুনৰ ধান আদায় কোৰ্ বা যাৱা কথাটোও থিক নহয়।"

"ভাল কথা দিয়া।"

"পাছে আপুনি আৰু কলম ধোৰ্ বা লাগে।"

মুখৰ পৰা ধোৱা এমোকোৰা উলিয়াই দি দাসে হাঁহে।

লিখা কথাটোত তেওঁ আৰু বৰ মূল্য নিদিয়ে। আগতে লিখিছিল তেওঁ অন্তৰৰ অনুপ্ৰেৰণাত, যেন সমাজক কিবা এটি মহান বাতৰিৰ ইংগিত দিব, যেন হেৰা পোৱা কিবা এটি মানৱ জাতিৰ আগত ডাঙি ধৰিব। "ব্যৰ্থতাৰ সপোন," "কুৱলীৰ কবিতা" এসময়ত যে তেওঁ কেনেকৈ লিখিছিল নিজেই যেন আজি কব নোৱাৰে। বৰপেটাৰ ডেকা মহলত এদিন তেওঁৰ কথা যথেষ্ট সমালোচনা হৈছিল। তেতিয়া তেওঁ অবিবাহিত আছিল। আৰু তেওঁৰ "তপত চুমাই" ডেকা সকলৰ মাজত আলোড়নৰ সৃষ্টি কৰিছিল। "তপত চুমা" সঁচাকৈয়ে কোনোবা এজনী ষোড়শীৰ ওঁঠত লাগি তপত হৈ গাখীৰৰ নিচিনা উপচি অহা জীৱন্ত চুমাৰ পৰশ, কোনোবা গাভৰুৰ প্ৰেমত তেওঁ আবদ্ধ আৰু সেয়েহে সেইজনীক নোপোৱাৰ বাবে তেওঁৰ কৌমাৰ্য্য ব্ৰত—ডেকাসকলে এই দৰেই তাহানি আলোচনা কৰিছিল।



দিন গ'ল, মাহ গ'ল, বছৰ উকলি গ'ল। এটি গতানুগতিক ভাৱে সুন্দৰী সত্ৰৰ এজনী সুন্দৰী চপাই ললে। দহজনৰ জীৱনৰ দৰেই সুখ-দুখৰ মাজেদি তেওঁৰ জীৱন চলিব ধৰিলে। বৰপেটাৰ তাহানিৰ ডেকা চাম আৰু নাই। বৰ্ত্তমানৰ বৰপেটাৰ ডেকা সমাজে তেওঁক চিনি নোপোৱাত পৰিল। ইয়াৰ সামাজিক জীৱনৰ পৰাও তেওঁ হৈ পৰিল এলাগী। মান খোৱা মানুহৰ সংখ্যা দেধাৰ হ'ল।

বহুত সময়লৈ দাস আৰু দীপকৰ কথা চলে। দীপক বয়সত বহুত সৰু হলেও দুয়োজন আজি বন্ধু।

ৰাতি হৈ আহে। দীপকে ঘৰলৈ খোজ লয়।

* * * *

চাই থাকোতেই ৰূপমৰ এটি বছৰ পাৰ হৈ যায়। এতিয়া তেওঁৰ বৰপেটাখন লাহে লাহে ভাল লগা হৈ আহিছে। তেওঁৰ প্ৰথম ছোৱালী মীনা প্ৰাইমাৰী স্কুললৈ আহি বৰপেটীয়া 'অহেন যাওঁ,' 'সহেন যাওঁ,' 'কেথেন আহ্‌ইছা,' 'এথেনে আহ্‌ইছা' আদি কথাবোৰ কব পৰা হৈছে। ৰূপম আৰু মদালসা দুয়োৰো এই মাত-কথা বিলাক প্ৰথমতে আচহুৱা লাগিলেও এতিয়া ভাল লগা হৈ আহিছে। টাউনৰ ভিতৰৰ ফালে ফুৰোতে সমাজৰ দোষ ত্ৰুটী, মহত্ব সকলো চকুত পৰিছে। চাকৰি জীৱনৰ আগ ডোখৰত সমাজৰ লগত নিবিড় ভাবে সম্বন্ধ ৰাখি চলাত বৰপেটাৰ সমাজখনকো তেওঁৰ বুজিবলৈ বাকী নাথাকিল। বৰপেটাৰ সমাজখনো তেওঁৰ নিজৰ।

থানখনৰ আতিগুৰি তেওঁ ভাল দৰে লৈছে। শত্ৰুৰ সংস্কৃতিৰ ওচৰত তেওঁ মূৰ দোৱায়। যুগৰ পৰিবৰ্ত্তনত ঘটা ইয়াৰ পয়মালখিনি তেওঁৰ ভাল দৰে চকুত পৰে। ইয়াৰ ভকত শ্ৰেণীৰ প্ৰতি তেওঁৰ অসীম শ্ৰদ্ধা। বাঢ়ি অহা আদৰ্শ-বিহীন ডেকা চাম এটিৰ প্ৰতিও তেওঁৰ নজৰ নপৰা নহয়। এনে ডেকা লৰা লংপেণ্ট্ পিন্ধি সত্ৰৰ চৌহদত ঘূৰা তেওঁৰ চকুত পৰিছে। এই ডেকাসকলে কোনো আন্দোলন-তেই ভাগ লবলৈ পোৱা নাই। এইটো অকল তেওঁলোকৰেই নহয়, দেশৰেই দুৰ্ভাগ্য। ১৯৪৭ চনৰ পিছত আমাৰ কোনো আন্দোলনৰে দৰকাৰ নোহোৱা হ'ল বুলি বহুতৰেই মাৰাত্মক ধাৰণা আছে। কিন্তু ভাবি নাচায় যে আন্দোলনে মানুহক আদৰ্শবাদী, নিয়মবাদী, পৰিশ্ৰমা



আৰু ত্যাগৰ ভাৰত অনুপ্ৰাণিত কৰে। আন্দোলন জীৱন্ত সমাজৰ চিন। ৰূপমৰ ধাৰণা এনেকুৱাই।

সিদিনা সন্ধিয়াৰ পিছত ৰূপমে দীপকহঁতৰ ঘৰলৈ এনেয়ে ফুৰিবলৈ আহিছিল। চাহখোৱা সময়খিনি অসমীয়া উপন্যাস সাহিত্যৰ ক্ৰমোন্নতিৰ কথা আলোচনা কৰিছিল। ফ্ৰান্স, ৰুচ, চীন দেশৰ উপন্যাস সাহিত্যৰ কথাও ওলাইছিল।

দুয়ো একেলগে যেতিয়া ঘৰৰ পৰা ওলাই আহি আলি পালে, থিক তেনে সময়তে অমৰ দাস উকিলে তিনিজন মানুহৰ লগত সেই পিনেদিয়েই গৈ আছিল। লাইটৰ পোহৰত তেওঁৰ ৰূপম আৰু দীপকলৈ চকু পৰিছিল। এই দীপকৰ লগত চৰকাৰী বিষয়া এজন কিয়? থিক এনে এটি ভাৱেই অমৰ উকিলৰ মনত খেলাইছিল। তেওঁ ৰূপমক নেদেখা ভাৱ দেখুৱাই মানুহ কেইজনৰ লগত গুছি গ'ল।

ৰূপম আৰু দীপকে বজাৰৰ মাজেদিয়েই আহি থাকিল। বাটতে দয়ানন্দ দাসক লগ পালে। বাটতেই কেইমিনিটমান কথা হোৱাৰ পাছত ৰূপমে লাহেকৈ কলে, "বলক, মোৰ তাতেই অলপ বহো।"

"ৰাতিয়েই হ'ল দেখো?" দাসে ৰূপমৰ ফালে চাই কয়।

"দুই চাৰি মিনিত বহিব বলক। বন্ধুৰ মুখত আপোনাৰ কথা শুনিহে আছো, দূৰৰ পৰাহে।"

"বলক।"

তেওঁলোক আহি ৰূপমৰ বহাঘৰত বহিল।

মদালসাই বটা এখনত তামোল আনি দি খন্তেক থিয় হৈ থাকি ভিতৰ সোমাল।

"ইয়াত থাকি পাছে কেনে পাইছে?" দাসে সোধে।

"একো বেয়া পোৱা নাই। কিছুমান কথাত ভালহে লাগে। মাল-মছলা ইয়াত যথেষ্টই আছিল, কিন্তু সমাজ উন্নয়নৰ কামত সেইবোৰ প্ৰয়োগ নহয়। বহুত মানুহৰ দেখিছো সমাজ সেৱাৰ

ভাৰতকৈ দলৰ স্বাৰ্থ পূৰণ কৰা ভাৰটোহে বেছি। 'শ্লেটাৰী কৰা' অফিচাৰক আপোনালোকৰ স্থানীয় নেতা কেইজনে বৰ ভাল পায়। তেওঁলোকে সমাজৰ অন্যায় কৰিলেও মামুলী কথা বুলিহে নেতা সকলে ধৰি লয়।"

"সিটো সঁচা, সেই নেতাইতো আমাক খাইছে। সিহঁত ভাল হলি বৰপেটাৰ আজি এনে দুৰৱস্থা নহল হয়। বৰপেটাৰ যিখিনি গৃহ-শিল্প আছিল, তেওঁলোকে চেষ্টা কৰা হলি, সেইবিলাকৰ এটি ৰূপ দিবা পাৰিলে হয়। কিন্তু তেওঁলোকৰ সেৱাৰ ভাৱ নাই, আছে বেপাৰৰ ভাৱ।"

"হওঁক দিয়ক," দীপকে কয়, "সমাজত হাঁহাকাৰৰ যেতিয়া চৰম সীমা পাব, তেতিয়াহে হয়তো সমাজৰ চেতনা সঞ্চাৰ হব।"

"বাৰু যাওঁক এইবোৰ কথা, পিছে নতুন কিতাপ কি লিখিলে?" ৰূপমে হাঁহি মাৰি সোধে।

"কি লিখিব? কদৰ্য্য সমাজে একো মহৎ কথাকে উপলব্ধি কৰিব নোৱাৰে। লিখা কাম এৰি দিছো, লাভ নাই।" নীৰস এটি বেদনা মিহলি ভাৱে দাসে কৈ উঠে।

"কদৰ্য্য সমাজক সাহিত্যিকেহে মহান সাহিত্যৰ অনুপ্ৰেৰণাৰে মহান কৰি তুলিব লাগে। এন্ধাৰৰ সমাজক পোহৰলৈ আনিব আপনালোকৰ শক্তিশালী কলমেহে।" দৃঢ়ভাৱে ৰূপমে কয়।

"সেই শক্তি বা ক্ষমতা আমাৰ নাই।" মিচিকিয়া হাঁহি মাৰি দাসে কয়।

"শক্তি আছে, কিন্তু লুকাই আছে।"

ৰূপমৰ মন্তব্যটো দীপকে "হয়, হয়" বুলি সমৰ্থন কৰে।

দাস আৰু দীপকে ৰূপমৰ ঘৰৰ পৰা আহি সত্য পাঠকৰ দোকানতেই পাঠকে মাত দিয়াত অলপ বহিল। সন্ধিয়া পৰত এই দোকানখনত ডেকা দল উপচি পৰে চাহ খাবলৈ নাইবা মাংস খাবলৈ। অসমীয়া দুই চাৰিখন মনোগ্ৰাহী কিতাপো তেওঁ ইয়াত



ৰাখে। তাৰ বাহিৰেও চচমা, ধুনীয়া ছবি, সৰু কেমেৰা ইত্যাদিও তেওঁ বিক্ৰিৰ বাবে সুন্দৰকৈ সজাই ৰাখিছে। তেওঁ নিজেও এজন শিল্পী। দুখনমান নিজে অঁকা চিত্ৰও তেওঁ সুন্দৰকৈ আৰি থৈছে। পাঠক দেখাই শুনাই এজন ধুনীয়া ডেকা। মিচিক্‌কৈ হাঁহিটো মাৰিয়েই তেওঁ গ্ৰাহক টানি নিয়ে।

ভিতৰৰ এটা কোঠাত তিনিও বহিল। তিনি কাপ গৰম চাহৰ হুকুম হ'ল। নিমিষতে তিনি কাপ চাহ আহি পালে।

পাঠকে "খাওক" বুলি নিজে এটি কাপ দাঙি ললে। সত্যৰ পিনে চাই দাসে সোধে, "কেনেহে বিক্ৰি-পাট্টা?"

"কোনোমতে চল্‌ছে দিয়ক। মানুহৰ অৱস্থা বৰ শোচনীয়, বৰপেটাৰ ভিতৰ ফাল কাহিল, আত্ম-মৰ্য্যাদাৰ বাবে কোনো কাকো নকয়। ভদ্ৰ বৰুৱাৰ মুখত শুন্‌লো এটা ঘটনা।"

"কি ঘটনা?" বুলি দুয়ো আগ্ৰহেৰে অপেক্ষা কৰিলে।

"কলা বুলি ৰিক্‌চাৱালা এটা চিনেনেকি?"

"কলাক জানো দিয়া মই।" দাসে কয়।

এটি বিদ্ৰোহৰ ভাৱত দীপকৰ অন্তৰ জ্বলি উঠে, কাৰণ দীপকে আগতে এই কথাৰ গম পায়। তথাপিও নজনাৰ ভাও জুৰি থকাৰ দৰে মনে মনে থাকিল।

"তাৰ ৰিক্‌চাখন ভাঙি ছয় সাতদিন পৰি থাকিল। মাহাজনেও ভাল নকৰে, নিজৰো পইচা নাই। তিনি দিন লঘোনে থাকি হৰি সূতৰৰ নাও এখন ভাৰা কৰি লৈ মাটি কাট্‌বা গেল। খালি পেট, তাতে কঠোৰ পৰিশ্ৰম। পানীৰ পৰা চাপ্‌ৰা এটা তুলি নাওত থবা খোজোতেই পৰি যায় আৰু লগে লগে শেষ। বৰ দুখ লাগে দিয়ক।" পাঠকৰ চকুৰে মুখে বেদনাৰ ভাৱ প্ৰকাশ পায়।

দয়ানন্দ দাসৰো মনটো বেয়া লাগি যায়, কিন্তু বয়সৰ অভিজ্ঞতাই তেওঁৰ আবেগ সৃষ্টি কৰিব নোৱাৰে। চাৰিওপিনৰ পৰা বতাহ লগা বৰগছৰ দৰে তেওঁ নিশ্চল হৈ থাকে।

দীপ্তকৰ অন্তৰত ধুমুহাৰ সৃষ্টি হয়। বিৰাট বিপ্লৱেৰে ৰূঢ়াল মামৰে ধৰা সমাজ ব্যৱস্থাক উৰাই দিবলৈ হাবিলাস জন্মে।

"খবৰৰ কাকতত এই বিলাক কথা কিয় বাহিৰ নহয় ?" পাঠকে সোধে।

"আমাৰ ৰিপোৰ্টাৰবিলাকে এইবোৰৰ খবৰেই নাৰাখেহে।"

দাসৰ কথাত বিৰক্তিৰ ভাৱেৰে দীপকে কৈ উঠে, "খবৰৰ কাকতবিলাকেও ভয়তে এইবিলাক কথা নুতুলে দিয়ক। কেতিয়াবা কিবা কৈ এনেধৰণৰ কথা প্ৰকাশ হলিও পাছত মিছা বুলি প্ৰেছ-নোট বাহিৰ হয়।"

"বৰ দুখৰ কথা দিয়া।" দাসৰ বেদনাৰ উক্তি এটি আপোনা-আপুনি ওলাই আহে।

"ধ্বংস হৈছে দিয়ক।" দীপকে কয়।

"ধ্বংসমুখী সমাজক আজি কোনে ৰক্ষা ক'ৰবো ? আমাৰ যিটো সত্ৰীয়া সমবায়ী যৌথ সমাজ আছিল, সি মৰণৰ মুখত। শিক্ষিত সমাজেই তাক ইতিকিং কৰি উৰাই দিছে, পুৰণি পন্থীয়া ভকতীয়া সমাজত নানা দল-উপদলৰ সৃষ্টি হৈছে। তাৰোপৰি, তেওঁলোক আদৰ্শভ্ৰষ্ট হৈছে। চৰকাৰৰ ওপৰত নেতৃত্ব চলোৱাসকলে নিজক আৰু নিজৰ দলক লৈ ব্যস্ত।"

দাসৰ কথা শুনি পাঠকে মিহিকৈ কয়, "কিছুমানে লগহৈ আমাৰ এটা সংঘ গঠন ক'ৰবা লাগে দিয়ক। দীপকে কিন্তু মাজে সময়ে দোকানত বহি এই কথাটো কৈ থাকে।"

"আমি বুঢ়া হলোহে। তোমালোকে কিবা এটা কৰা।" দাসে কয়।

দীপকৰ হাঁহি উঠে। আনৰ মন্তব্য অপেক্ষা কৰি পিছত নিজেই কয়, "আমি বা কি কৰিম ? কি ক্ষমতা আছে ? আজিকালিৰ সমাজে ধনী উচ্চ পদবীধাৰী আৰু ক্ষমতাশালীৰহে নেতৃত্ব মানে। আমাৰ নিচিনা ফচহুৰ কথা কোনে শুনিবো ?'



"ফচহুৰ সমাজতেইতো জুইৰ শিখা আছে। তোমাৰ নিচিনা হাজাৰ হাজাৰ ফচহু যেতিয়া বাহিৰ হৈ আহিবো সমাজ গঠন কৰো বুলি, তেতিয়াই সমাজত দেখা দিব যুগান্তৰ।"

"থিকে দিয়ক।" সত্যই লাহেকৈ কয়। "আমাৰ সমাজত এতিয়াও চেতনাৰ সঞ্চাৰ হৱা নাই দিয়ক। কিবা অন্যায়ৰ প্ৰতিবাদ ক'ৰবাত শুনিছেনা ? বৰপেটা একেবাৰে ৰাজনৈতিক চেতনা-বিহীন ঠাই।"

দীপকৰ কথাখিনি শুনি দাসে মুখৰ পৰা চিগাৰেটৰ ধোঁৱা কিছুমান উলিয়াই দি তিপি তিপি কৰলৈ ধৰিলে, "দুৰ্গতিৰ চৰম সীমাতহে মানুহ ধৈৰ্য্যহীন হয়। বৰপেটীয়া গৰীৱসকল এতিয়াও পাৱা খাৱাতেই আছে। চেতনাৰ সঞ্চাৰ হবো একদিন, যদিহে সিহঁত মৰা নাই, যদিহে মোৰছে…" বাকী খিনি কথা দাসে ইঙ্গিতৰেই কৈ যায়। চিগাৰেটৰ চাইখিনি টুকুৰিয়াই তেওঁ পেলাই দি আৰু এটি হোপা মাৰে।

দীপকে সেই সংঘাতৰ দিনবিলাকৰ কথা ভাৱে। পুলিচৰ অত্যাচাৰৰ ছবি বিলাক তেওঁৰ চকুৰ আগত ভাঁহি উঠে। বিকলাঙ্গ হৈ যোৱা তেওঁৰ হাতখন এবাৰ লাৰি চালে। তথাপিও সমাজ গঢ়িবলৈ আগবাঢ়ি যাবলৈ তেওঁৰ যেন অন্তৰৰাজ্যত এটি হাবিলাস জন্মে। অৱহেলিত আৰু দলিত সকলক জগাই তুলি, নতুন সমাজ গঠনৰ সপোন দেখে।

বহুত বেলিৰ মূৰত দাসে আৰু কয়, "মহাপুৰুষৰ আদৰ্শ আৰু সমাজ ব্যৱস্থা যদি আমি যুগোপযোগী কৰি তুলবা পাৰলু হয়, তেনেহলিও ভাৰতৰ আন প্ৰদেশবিলাকেই এটি নতুন সমাজ-ব্যৱস্থাৰ সন্ধান পালাক হয়। কিন্তু আমাৰ সকলোফালে তথৈবচ।" আৰু যেন কিবাকিবি বক্তব্য তেওঁ ইঙ্গিততেই দি গ'ল।

ৰাতি আগবাঢ়ি অহাত তেওঁলোকেও তাৰ পৰা নিজৰ নিজৰ ঘৰলৈ খোজ ললে।

সৰু টাউনখন লাহে লাহে নিজম পৰি আহিব ধৰিছে। অলপ আঁতৰতে ক'ৰবাত থিয় নামৰ খদম্-দম্ লাগি পৰিছে। নাম ফাঁকি স্পষ্ট হৈ ভাঁহি-আহি দীপকৰ কাণত পৰিল—

লয়ো হৰিৰ নাম লয়োৰে ভাই
এ-মানৱী জীৱন বিফলে যায় ॥

দীপকে নিজে নিজেই কৈ যায়—বৰপেটাৰ সমাজ মৰা নাই, জীয়াই আছে, এয়ে তাৰ হিয়াৰ ধপধপনিৰ প্ৰতিধ্বনি।

* * * *



গোবিন্দপুৰ ৰিজাৰ্ভ খুলিবলৈ কৰা প্ৰচেষ্টাৰ কথা বাইজে লাহে লাহে পাহৰি আহিল। ভূঞা হাকিম, চেটাৰ্জ্জীবাবু, আল্লাউদ্দিন চাহাব, অমৰ দাস, ক্ষমা ওজা আদি বিশিষ্ট লোকসকলৰ গোপন আলোচনাৰ ফল স্বৰূপে দুই চাৰিঘৰকৈ মানুহ ৰিজাৰ্ভৰ সীমাত মাটি দখল কৰি বহিল। ৰিজাৰ্ভৰ সীমাৰ কেইটামান চিহ্ন তুলি বহু দূৰলৈ হোঁহোকাই নিলে।

এইদৰে বহোতেই, উদ্বাস্তু আৰু পমুৱা মুছলমানৰ ভিতৰত এখন ভালকৈয়ে সংঘৰ্ষ হৈ গ'ল। এই খবৰ পাই পুলিচ বাহিনী এটি আহি দুদিন তহল দি যাক য'তে পালে ইচ্ছামতে ধৰিবান্ধি বৰপেটা পালে। কেইজনমানক বাটতেই মোকোলাই দিলে আৰু কিছুমানক সন্ধিয়াৰ পিছতেই এৰি দিলে, মাত্ৰ পাঁচজন মানুহ তাত থাকিল আৰু এই পাঁচজনক হাজোতত ৰখা বুলি থানাত ৰেকৰ্ড হ'ল। তিনি দিন পাছত এই পাঁচজনেও নিজৰ নিজৰ ঘৰ পালে। চেটাৰ্জ্জী আৰু আল্লাউদ্দিন চাহাবে টকা পইচা তুলি সকলোৰে মাজত এটি আপোচ কৰি দিলে। পুনৰ ৰিজাৰ্ভ বে-দখল কৰা বুলি বৰপেটাত এটি বাতৰি প্ৰকাশ পালে। গজেন্দ্ৰ দাস, নাৰায়ণ বায়ন, দীপক দাস এই সকলে লগ লাগি আ-আলোচনা কৰিলে। বৰ্ত্তমানৰ বৰ হাকিম জনকেই গজেন্দ্ৰ উকিলে বেচি দোষাৰোপ কৰিলে, কাৰণ মানুহজনৰ ব্যক্তিত্ব একো নাই, সদায় অমৰ উকিলৰ ভয়ত এস্তমান। এনে অফিচাৰৰ সংখ্যা বাঢ়িলে ভাৰতৰ এড্‌মিনিচট্ৰেচন অচল হব। দয়ানন্দ দাসকো দীপকে এইবিলাক আলোচনালৈ টানি আনে।

আগতে তেওঁ ৰাজহুৱা এইবিলাক কথাৰ পৰা আঁতৰত আছিল। কিন্তু এতিয়া ডেকা ল'ৰা দীপকৰ সঙ্গত পৰি এইবিলাকত কচি জন্মি আহিছে।

দাসৰ পৰামৰ্শমতেই বেদখলৰ প্ৰতিবাদ তাঁৰ যোগে মুখ্যমন্ত্ৰী, ৰাজহ মন্ত্ৰী, কংগ্ৰেছ সভাপতি আদিলৈ পঠায়।

সৰু-সুৰা প্ৰতিবাদ সভা এখন সত্ৰৰ সমুখত হৈ যায়। প্ৰণাম চৌধুৰীকেই ধৰিমিলি সভাপতি পাতে। সভাৰ খবৰ দৈনিক অসমীয়া খনত ওলাল। বৰপেটা আৰু এবাৰ গৰম হৈ উঠিল। আন এখন ৰাজহুৱা সভাৰ আহ্বান কৰা হল।

মিউনিচিপাল পথাৰ মানুহে উপচি পৰিল, কাৰণ মাটিৰ মূল্য মানুহে বুজিব ধৰিছে। ইতিমধ্যে বৰপেটাৰ গৰীব শ্ৰেণীৰ কিছুমান মানুহ বাহবাৰী, চৰেমাৰী আদিৰ ফালে গৈ জংঘল জুৰি খেতি আৰম্ভ কৰিছিল।

পাচ-ছয় বছৰ কঠোৰ পৰিশ্ৰম কৰি মাটি খোৱাৰ পিছতো সেই মাটিৰ পট্টা নিদি মানুহবিলাকক উঠি যাবলৈ চৰকাৰী নিৰ্দ্দেশ দিয়াত সেই মানুহবিলাক আন আন ফালে গুছি গৈছে। তাৰেই আৰু দুই চাৰিঘৰ পুনৰ বৰপেটাৰ দুহাত মাটিলৈ প্ৰত্যাবৰ্ত্তন কৰিছে। কোনো কোনোৱে পি-ডব্লিউ-ডিৰ গেঙ্‌ত ভৰ্ত্তি হৈছে। এই দুৰ্ভগীয়া সকলৰ বাবে আজি ভাবোতা নাই।

কেইদিনমান বৰপেটা আকৌ গৰম হৈ উঠিল। কেবাখনো সভা-সমিতি হ'ল। সত্ৰৰ সমুখত হোৱা আন এখন সভাত দয়ানন্দ দাসে সভাপতিত্ব কৰিলে। কোনোদিনা সভাসমিতিত নুফুৰা দাসে ভৱিষ্যৎ অসমৰ সতি-সন্ততিৰ বাবে যথেষ্ট মাটি ৰাখিব লাগে বুলি শংখ নিনাদে সভাপতিৰ ভাষণত ৰিঙিয়াই কলে। যি এই মাটি-ধন ভাহি-ফুৰা আৰু ভাগ্য পৰীক্ষা কৰা লোকক বিলাই দিবলৈ কয়, সি দেশৰ ঘোৰ শত্ৰু।

দীপকে সভাত নিজে একো নকৈ মাটিৰ বাবে ঢাকুৰি থকা



প্ৰতিজ্ঞাক বক্তৃতা দিবলৈ তুলি দিলে। সাধাৰণ বাটবনুৱা এজন সভাত থিয় হোৱাত সকলোৱে সেই পিনে উদ্‌গ্ৰীৱতাৰে চাবলৈ ধৰিলে। প্ৰতিজ্ঞা থিয় হৈ ক্ষন্তেক একো কব পৰা নাছিল। কাৰণ, সভাত থিয় হৈ তেওঁৰ মনত ভয়ৰ ভাৱ সৃষ্টি হৈছিল।

"কওঁক, আপুনি কি কব খুজিছে।" সভাপতিৰ পৰা এনে সাহস পাই তেওঁ কবলৈ ধৰিলে—

"সভাপতি আৰু ৰাইজসকল, মই মূৰ্খ মানুহ। সভাত কথা কোৱা অভ্যাস নাই। ক্ষমা কৰিব। আমাৰ ডাঙৰ মাহ নুগিলানে ক্ষমতাত পাগলা হৈ বিদেশীক মাটি দেই, কিন্তু আমাক নেদে। আমি তেওঁৰ কোনদিনাৰ শত্ৰু হলু কৰা নক। ৰাইজসকল, মোক আপোনা-লোকে নিচনে। মই হৈছো এটা অতি নগণ্য গৰীব, খাবা নপা মাহনু। মোৰ জীৱিকাৰ উপায় কৰা লাগলি একো নাই। কাঠ ধৰি, চপৰা কাটি, হাজিৰা কৰি কোনো মতে বাচি আছো। আমাৰ গজেন উকিল, হাও নাৰেন বায়েন, আহুনাৰ উপদেশ মতেই এখুটি মাটি লাগে বুলি দৰখাস্ত এখেন দি অমৰ উকিলোক দেখা কোৰৱা গেলু। মোক কি কলাক জানে?"

সভাপতিয়ে বাধা দি কলে, "এইবিলাক ব্যক্তিগত কথা কৰা বৰ থিক নহব। আপুনি বিজাৰ্ভৰ বিষয়ে কি কৰা খোজে তাকে কৰক।"

"নকং দিয়ক তেনেহলি।" হাত জোৰকৈ প্ৰতিজ্ঞাই কলে।

তৎক্ষণাৎ দীপকে থিয় হৈ কবলৈ ধৰিলে, "আমি মাটি-সমস্যাৰ সম্বন্ধে আলোচনা কৰিবলৈ ইয়াত লগ হৈছো। মাটি আজি আমাৰ ব্যক্তিগত কথাই। প্ৰত্যেক ব্যক্তিকেই মাটিৰ পাট্টা সুকিয়াকৈ দিয়া হয়। তেনেস্থলত বক্তাজনৰ কথাটো ব্যক্তিগত বুলি বন্ধ কৰা উচিত নহব, গতিকেই তেওঁক কবলৈ দিয়ক।"

"হয় হয়।" বহুতেই সমৰ্থন কৰিলে। প্ৰতিজ্ঞাই সভাপতিৰ অনুমতি লৈ বাট নাচাই কবলৈ ধৰিলে—"মই মাটি খুজৱা যাওঁতে

মোক কলাক যে তোক কেইপাঁচী মাটি-লাগে ? পাঁচী আন্ ছানা নাই । কাঞ্চা মাৰোৱাৰীয়ে মাটি পায়, বাঙালী দেচুৱালীয়ে মাটি পায়, কিন্তু মই অসমীয়া হৈ মাটি নাপং, ইয়াতকোৰী ডাঙৰ অত্যাচাৰ আৰো অন্যায় কি আছে ? ৰাইজেই যদি ৰাজা, তেনেহলি ৰাইজে ইয়াৰ বিচাৰ কৰক ।"

প্ৰতিজ্ঞা বহিল। মানুহৰ মাজৰ পৰা কোনোবা এজনে চিঞৰি উঠিল, "অন্যায়ৰ প্ৰতিকাৰ হব লাগে, অন্যায়ৰ প্ৰতিকাৰ হব লাগে।"

তুমুল বাক বিতণ্ডাৰ পাছত প্ৰস্তাব গ্ৰহণ হল—"অসম অসমীয়াৰ ।"

সভা শেষ হোৱাৰ লগে লগেই দীঘল সমদল যাত্ৰা বাহিৰ হৈ ওলাল। প্ৰত্যেকৰে হাতে হাতে জুইৰ মহতা। আকাশ নিনাদিত হৈ উঠিল, "অসম অসমীয়াৰ," "ভৱিষ্যতৰ বাবে মাটিৰ ৰিজাৰ্ভ লাগে," "দেশৰ লোকক ইহুদি নকৰিব," ইত্যাদি ধ্বনি।

সমদল যাত্ৰা টাউনৰ প্ৰধান আলিবাট ঘূৰি মহকুমাধিপতিৰ বঙলাৰ সমুখেদি গৈ বজাৰৰ অশোক চক্ৰৰ সমুখত সামৰণি মৰা হ'ল।

অমৰ দাসে সিদিনাই ৰাতি এচ-ডি-ওৰ বঙলালৈ আহি তেওঁক কলে, "টাউনৰ ভিতৰত শান্তি ভঙ্গ হৈ সাম্প্ৰদায়িক সংঘৰ্ষ হোৱাৰ যথেষ্ট আশংকা আছে, গতিকেই কথাটো ডি-চিলৈ আৰু মুখ্যমন্ত্ৰীলৈ ফোন কৰিব লাগে আৰু ১৪৪ ধাৰা জাৰি কৰিব লাগে।"

দাস ডাঙৰীয়াৰ কথা সমৰ্থন নকৰি বৰহাকিমে কলে, "এনে সভা শোভাযাত্ৰা গণতান্ত্ৰিক দেশত হবই, তাৰ বাবে ১৪৪ ধাৰাৰ কোনো প্ৰয়োজন নাই।"

দাসে খঙত অগ্নিশৰ্ম্মা হৈ কবলৈ ধৰিলে, "আপুনি বোধহয় কাৰ আগত কথা হৈছে উপলব্ধি কৰা নাই। মোৰ কথা মতে কাম নক্ৰিলে আপোনাৰ বিপদ আছে। আপোনাৰ মই সৰ্ব্বনাশ কৰিম।"

"আপোনাৰ বয়স হৈ চুলি পকি বগা হৈছে। কিন্তু আপুনি কি অবান্তৰ কথা কয় ?"



দাস চকিৰ পৰা উঠিল। তেওঁৰ খং বেছিহে হ'ল।

"আপোনাক মই ট্ৰেন্সফাৰ কৰাম। আপুনি মোক চিনা নাই।" কথাষাৰ কৈ দাস ভো-ভোকৈ বাহিৰলৈ ওলাই আহিল।

বৰ হাকিমে তেওঁৰ আচৰণ দেখি আচৰিত হ'ল আৰু মনে মনে বৰপেটাৰ সমাজখনকেই গালি পাৰিলে।

অমৰ দাস ডাঙৰীয়াই পোনে পোনে ঘৰলৈ আহিয়েই চিলঙৰ ফোন ধৰি সমস্ত কথা বিৱৰি কলে আৰু তৎক্ষণাৎ এচ-ডি-ও জনক বদলিৰ বাবে জোৰ দি অনুৰোধ কৰিলে।

এঘণ্টা পিছতেই আল্লাউদ্দিন চাহাব আহি পালে। দুয়ো টাউনৰ 'চিটুৰেচন'ৰ কথা বহুত সময় আলচ কৰিলে। যাবৰ সময়ত চাহাবে তিতাপানী মৌজাৰ "চিট"টোৰ প্ৰলোভন তেওঁক দেখুৱাই বহুত কথাই কলে। দাসে সপোনত বৰভোগ খোৱাৰ নিচিনা তৃপ্তি লাভ কৰিলে।

* * *

জাবৰ দিন, এই বেলিৰ জাৰ যেন আৰু বেছি। দুখীয়া মানুহ বিলাকৰ ৰাতি বৰ কষ্ট। কানি-কাপোৰৰ দাম মুঠেই কমা নাই। একোখন সাধাৰণ চোচাৰ দামেই ছয় সাত টকা। তেনে ধৰণৰ এখন কাপোৰেৰে মানুহৰ জাৰো নপলায়। কিন্তু এই সময়তে কিছু বেচি পৰিশ্ৰম কৰিব পাৰিলে দুপইচা হাতলৈ আহে।

প্ৰতিজ্ঞাই এখন গৰুৰ গাৰী ভাৰালৈ আনি খুব মাটি কাটিছে। এই সময়ত কিছুমান ধনী মানুহে খাল বান্ধি ঘৰ সাজে। বৰপেটাৰ পৰা উত্তৰ গুৱাহাটী, তামোলপুৰ, ৰঙিয়া আদি লাইনত চলা বাচ-মালিকবিলাকে এই সময়ত ভাল ৰোজগাৰ কৰে। চল্লিচৰ ঠাইত সত্তৰ আশী জনলৈ বাচত মানুহ ভৰাই আনে। কোনেও এই বাচবোৰক অতিৰিক্ত "ওভাৰ-লোড"ৰ বাবে বাধা নিদিয়ে।

বজাৰত শাক-পাছলিৰ দাম অলপ কমিছে। কিন্তু বজাৰত মাছ বৰ কমকৈ ওলায়, সিও এনেকৈ তিলিকা, কাৰৈ তিলিকা আৰু পুথি খলিয়াহে। এতিয়া শ শ মোণ মাছ বাহিৰলৈ চালান যায়। আউত এজেন্সিত শুকান মাছৰ বস্তা পৰ্ব্বত হেন হৈ পৰে, সিপিনেদি দুৰ্গন্ধত যাবই নোৱাৰি। কাষত থকা মানুহখিনিৰ বোধহয় মুচিৰ কাষত থকা মানুহে চামৰাৰ গোন্ধ নোপোৱাৰ নিচিনাই শুকান মাছৰ অভ্যাস হৈ পৰিল। কোনোৱে মুখেৰে টু-টা নকৰে।

সিদিনা ৰাতিপুৱাই ভাত দুটামান খাই প্ৰতিজ্ঞাই সন্ধিয়ালৈ দহ গাড়ী মাটি কাটি ৰাতি গৰাকীৰ পৰা পাঁচটি টকা পালে। কঠোৰ পৰিশ্ৰমত তাৰ শৰীৰ ক্লান্ত হৈ পৰিলেও পাঁচটি টকা পোৱাত মনটো



ভাল লাগিল। গৰু দুটাক চাউলৰ মল খুৱাই বান্ধি থৈ বজাৰৰ পৰা চাউল, নিমখ, তেল, অলপ তৰি তৰকাৰী আৰু সৰু কাৰৈ মাছ কেইটামান কিনি নি ঘৰত দিলে আৰু গাটো ধুই অলপ চাহপানী খাই ফুৰিবলৈ ওলাই আহিল।

বাটতেই লগ পালে দীপকক। তেওঁৰ লগত দয়ানন্দ দাস। দাস থকাৰ বাবে দীপকক মাতিবলৈ সি অলপ ইতঃস্তত কৰিলে। সেয়েই দীপকে বুজি পাই মাত লগালে, "কিএ কাকা, ক'ক যা ?"

"এনেয়ে অলপ অলে আহ্‌ইছিলো। দিনটো পৰিশ্ৰম কৰি ইখিনি সময়ত ঘৰৰ ভিত্‌ৰোত থাকবাৰ ভাল নাল্‌গে।"

"লাইব্ৰেৰীত বহি অলপ খবৰৰ কাকত-চাকত নপঢ়া কিয় ?"

"অ হবো দে বাপা।" প্ৰতিজ্ঞা বাটেদি খোজ লয়। দীপক-হঁতো বাটে বাটে উদ্দেশ্যবিহীন হৈ গৈ থাকিল।

"মহা বিপ্লৱী মানুহ দিয়ক ইটো।"

"চিনছো দিয়া। মিটিং গৰম কৰি দিয়া এওঁৰেই। এনে মানুহ বিলাক জাগে তুল্‌বা পাৰ্‌লি বিপ্লৱ সম্ভৱ হবা পাৰে।"

দাসৰ কথাত সমৰ্থন জনাই দীপকে গীতৰ দুটি শাৰী গুণগুণাই কৈ যায়—

বৰপাট থানৰে তয়ে বং বাপ,
গাত বল তোৰ বাঘৰ সমান।

"থিকেই। তোমাৰ লগত পৰি মোৰো পুনৰ লিখিবাৰ মন যাৱা হৈছে হে।" গোঁলা দাতৰ হাঁহি তেওঁৰ মুখত বিয়পি পৰে।

"নিশ্চয়। সমাজক সংগঠন কৰৱা লাগলি, মানুহক মানুহ কৰ্‌বা লাগ্‌লি একমাত্ৰ সাহিত্যই তাৰ মহান বাট। আপনাৰ শক্তিশালী কলম পুনৰ হাতত ললি অনাদৃত মানৰ সমাজে যোগ্য আসন লাভ কৰ্‌ৱা খাৰা হৈ উঠ্‌বো।" অনুপ্ৰেৰণাৰে দীপকে কয়।

"কিন্তু এটা কথাহে। তোমাআহাৰ দৰে আমাৰ আৰো চেন্টিমেন্ট্‌

নাই দিয়ক। আমাৰ সকলো কথাই এতিয়া 'প্ৰেক্‌টিকেল'।" কথা শেষ হোৱাৰ লগে লগেই তেওঁ আধা পোৰা চিগাৰেট ডাল পেলাই দিলে।

"বলক, বকুলাৰ ঘৰেদি পাক মাৰো।"

"বলা, কিন্তু পলম নকৰিবা দিয়া।"

দুয়ো ৰূপমৰ ঘৰলৈ আগ বাঢ়িল, আলিৰ পাকটো ঘুৰিলেই তেওঁৰ থকা ঘৰটো।

"আছেনে ?"

"আহক, আহক।"

দুয়োকো বহিবলৈ চকি দুখন আগবঢ়াই দি ৰূপমে মিচিকিয়া হাঁহিৰে কয়, "কেবা দিনো দেখো দেখাদেখি নাই, বৰ ব্যস্ত হবলা ?"

দাস বহিয়েই চিগাৰেট এদাল জ্বলায়।

"শুনিছেই নহয়, টাউনৰ কিছুমান কথা। এনে ধৰণে অলপ গৰম কৰি নাথাকিলে তেওঁলোকৰ উৎপাত বাঢ়ি যায়। এইবিলাক হৈছে ভাং খোৱা হাতীৰ কান্ধত চলোৱা জুং।"

দীপকৰ কথাৰ শেষত দাসে মুখৰ ধোঁৱাখিনি উলিয়াই দি কলে, "ডেকা ল'ৰাৰ লগত পৰি আমিও গৰম হব লগা হৈছে দিয়ক।"

"থিকেই, একেবাৰে নৰম হোৱাও থিক নহয়। শৰীৰৰ যৌৱন বেছি দিন ৰাখিব খুজিলে নিজকেই এনে গৰমৰ মাজত ৰাখিব লাগে। সমাজ গৰম কৰি দিয়া নতুন কিতাপ এখন লিখি উলিয়াওক।"

"নহয়, উচ্ছৃঙ্খল সমাজক ঠান্দা কৰিহে দিব লাগে।"

দাসৰ কথা শুনি দীপক আৰু ৰূপমে খিলখিলকৈ হাঁহি দিলে। মদালসাও আহি দুৱাৰ মুখত থিয় হ'ল এটি হাঁহিৰ মাধুৰী লৈ। সৰু লৰাটিও আহি মাকৰ কাষত থিয় হয়। মাতৃমূৰ্ত্তি এটি যেন জ্বলি উঠে। দাসৰ চকুত সেই দৃশ্য উজ্জ্বল হৈ উঠে।

ৰূপমে পত্নীৰ পিনে চাই কয়, "আলহিক তামোল-চালি আনি দিয়া।"

"দিওঁ বাৰু, আপোনালোকৰ হাঁহিৰ খলকনি শুনিহে আহিছো। চাহ কৰিব নালাগে জানো ?"



ৰূপমে উত্তৰ দিয়াৰ আগতে দীপকে কৈ উঠে, "নালাগে, নালাগে চাহ দুয়ো খাই আহিছো, তামোল দিলেই হব।"

মদালসা ভিতৰলৈ সোমাই গ'ল।

"ৰিজাৰ্ভৰ কথাটো কি হল ?" ৰূপমে সোধে।

"সিবিলাক কথা কি কব ? দেশত বদনৰ সংখ্যা বাঢ়িল, খাল খান্দি কুম্ভীৰ অনা পলিচিয়েই দেশৰ পলিটিক্‌চ্‌ হৈ পৰিল। ক্ষমতা-শালীসকলৰ দেশ-প্ৰেম নোহোৱা হ'ল, ব্যক্তিগত আৰু দলগত স্বাৰ্থই দেশক বিক্ৰি কৰিলে।" বিতৃষ্ণাৰ সুৰত দাসে কয়।

"বেয়া নাপাব দেই, বৰপেটাত জনমত গঢ়ি নুঠে। অমৰ দাসেই বৰপেটাৰ হৰ্ত্তা-কৰ্ত্তা-বিধাতা যেন পাইছো।"

দাসে অলপমান হাঁহি কয়, "ৰাইজৰ আস্থা একো নাই দিয়ক। দলৰ ক্ষমতাত ক্ষমতাশালী। কেইদিন এই ক্ষমতা ?"

দীপকে তাৰ বৈপ্লৱিক জীৱনৰ দিনবিলাকৰ কথা ভাবে। অসমৰ সমাজ যেন বিপ্লৱৰ কাৰণেও সাজু হোৱা নাই। কষ্ট খাবলৈ, দুখ-যন্ত্ৰণা ভোগ কৰিবলৈ কোনেও আগবাঢ়িব নোখোজে। সকলো সম্পদ যেন বিনা পৰিশ্ৰমতেই লাভ কৰি নিৰ্লিপ্ত হৈ বহি থাকিব।

ৰূপমৰ মনলৈও তাহানিৰ সংগঠন আৰু সংঘাতমূলক জীৱনৰ দুটিমান পৃষ্ঠালৈ মনত পৰে। সমাজত অন্যায় দেখিলে এতিয়াও তেওঁৰ আন্দোলন কৰিবলৈ হাবিলাস জন্মি উঠে। কিন্তু তেওঁ আজি যেন কিবা এটি পাখী-ভগা পখী, মনৰ মাজত তেওঁৰ হাঁহাকাৰৰ সৃষ্টি হয়।

বটাখনত তামোল চালি আনি মেজত থোৱাৰ লগে লগেই মদালসাই দাসৰ পিনে চাই নম্ৰ ভাৱে কয়, —"সমাজক জগাব পৰা আৰু মানুহৰ মনত বিপ্লৱ সৃষ্টি কৰিব পৰা কিতাপ এখন নিলিখে কিয় ?"

"আজি কালি ডাঙৰ ডাঙৰ ডাক্তৰ কবিৰাজ, বেজ-ওজাই কিতাপ লিখি ভৰাই দিব ধৰিছে। আমাৰ কিতাপনো কোনে পঢ়িব দিয়ক ?"

"পঢ়িব লগা হলে নিশ্চয় পঢ়িব। ডাক্তৰ কবিৰাজৰ কিতাপ ভিটামিন কেলচিয়াম আৰু ত্ৰিফলাৰ গুণ-কীৰ্ত্তনতেই আৰম্ভ। জগতৰ অভিজ্ঞতা তেওঁলোকৰ নিতান্ত গধীৰ।"

মদালসাৰ কথাখিনি দাসৰ ভাল লাগে। মদালসা যে এসময়ত বৈপ্লৱিক দলৰ সভ্যা আছিল, সেই কথাটো জনা হলে তেওঁৰ বোধহয় আৰু ভাল লাগিলহেতেন।

"তেখেতে এৰা কাপ পুনৰ হাতত লৈছে। নিশ্চয় অনুপম পুথি আমি তেখেতৰ পৰা পাম।" দীপকে কয়।

"নিশ্চয়।" ৰূপমে সমৰ্থন কৰে। "দেশখনৰ ভাল দেখিলেহে ভাল লাগে। আমাৰ শান্তিপূৰ্ণ অসম, নামে কামে অসম হৈ থাকিব লাগে।" কিবা এটা আকাঙ্ক্ষাৰ ভাৱত মদালসাই কয়।

ৰূপমে মদালসাৰ মুখৰ পিনে চাই থাকে, মনৰ মাজলৈ তেওঁৰ তৃপ্তি আহে।

দাসৰ মনলৈও অনুপ্ৰেৰণা আহে। সঁচাকৈয়ে তেওঁ যেন লিখিবলৈ ধৰিব, অন্যায় অনীতি অত্যাচাৰৰ বিৰুদ্ধে শঙ্খনিনাদ কৰিব, জনতাক জগাব, মানুহক মানুহ হোৱা পথৰ সন্ধান দিব।

"বাইজৰ আশীৰ্ব্বাদ পালে নিশ্চয় লিখিম। কিন্তু লিখাৰ সুযোগ আৰু অৱসৰ অৱশ্যে আগৰ দৰে নাই। তথাপিও, আপোনালোকৰ সংগত পৰি পুনৰ ডেকা হব লগা হৈছে যেতিয়া লিখিব…।" বাকীখিনি কথা তেওঁ হাতৰ ইংগিততেই প্ৰকাশ কৰে।

"আপোনালোক দুজনৰ সংগ আমিও ভাল পাইছো।" মদালসাই লাহেকৈ কয়। এনেতে ভিতৰৰ পৰা কোনোবা পোনাটিয়ে "মা, মা" কৈ মতাত তেওঁ ভিতৰলৈ গ'ল।

ক্ষন্তেক বহি দাসে কলে, "দীপক, বলা যাওঁ, ৰাতি হ'ল।"

"বলক।" দুয়ো উঠিল।

ৰূপমে কলে, "অ এটি কথা, ভদ্ৰ বৰুৱা কালি ইয়ালৈ আহিছিল। ৰাজনীতিৰ লগত সম্বন্ধ নথকা জনকল্যাণকাৰী এটি সংঘ তেওঁ খুলিব খোজে।"

"বুজিছো, আমাকো কৈছে। বৰপেটাত তেনে সংঘ এটা দৰকাৰ, নহলে এই প্ৰাচীন ঐতিহ্যপূৰ্ণ সমাজখন ধ্বংস হ'ল।"

দাসে কথাখিনি কৈ দুৱাৰ মুখ পালে। দীপকে মুখেৰে একো নকৈ মাথো মনে মনেই ভাবিলে যে ৰাজনীতি ক'ত নাই? মানুহৰ জীৱনটোৱেই ৰাজনীতি।

বাহিৰলৈ ওলোৱাৰ লগে লগেই ফেৰ্‌ফেৰিয়া বতাহ এছাটিয়ে তেওঁলোকৰ ঠাণ্ডা লগাই দিলে।

* * * *

মাঘৰ বিহুত আজি ত্ৰিশ বছৰমান আগলৈ সত্ৰত অঙ্কীয়া নাট দধিমথন, চোৰ-ধৰা, অৰ্জ্জুন ভঞ্জন আদি শিশু-লীলা মূলক ভাওনাবিলাক হৈছিল। সত্ৰত মানুহ গোট খাইছিল। গায়ন-বায়ন, ওজাপালি আদি চাইয়ো মানুহে আনন্দ পাইছিল। এতিয়া এই-বিলাক নাই, মানুহো নামপ্ৰসঙ্গত গোট খায় কম। বহুতেই কয় যে মানুহ অভাৱ অভিযোগত জুৰুলা হৈছে, মনত আনন্দ নাই, উৎসাহ নাই।

কিন্তু আশাৰ কথা যে গজালি মেলি অহা ল'ৰা জাকৰ উৎসাহ আছে। স্কুলত পঢ়া লৰায়ো বিৰিণা কাটি ভেলা ঘৰ সাজে। নগৰত হোৱা ধৰণে বিহুৰ মৌ-মেল নাম দি একোখন সভা সমিতিও পাতে।

মহাপুৰুষ কৃষ্টি সংঘয়ো এনে ধৰণৰ এখন সভা পাতি দীপকৰ পৰামৰ্শ মতেই ৰূপমক নিৰ্দ্দিষ্ট বক্তা হিচাবে ভুষাৰ কৰলৈ মাতি নিছিল। সভাপতি আছিল ভদ্ৰ বৰুৱা।

বক্তাৰ বক্তৃতাখিনিকেই সভাপতি বৰুৱাই সমৰ্থন কৰাত কিছু-মানৰ মনঃপূত নহল, যেনে সত্ৰৰ বিহু উৎসৱ, সত্ৰৰ সমবায় পদ্ধতি (কিন্তু বৰ্ত্তমান সমবায়ৰ দুৰ্নীতি আৰু অকৃতকাৰ্য্যতা,) এনে ধৰণৰ কৃত্ৰিম বিহুৰ অস্থায়িত্ব, জাতীয় বিপদত ৰাইজৰ নিশ্চেষ্ট অৱস্থা, বিহু পথাৰৰ বিলুপ্তি, কৃষ্টিৰ জনম দিওঁতা কৃষিৰ উন্নতি সাধন, শংকৰী সংগীতৰ চৰ্চ্চা, প্ৰচাৰ, ইত্যাদি। ৰূপমে বক্তৃতাত সম-সাময়িক বহুত কথাকে চুই গৈছিল।

ডেকা সকলে কথাবিলাক ভাল পাইছিল। দীপক আৰু দয়ানন্দ দাস সভাত উপস্থিত আছিল, কিন্তু নিমাত আছিল।



পিছদিনাই সভাৰ ৰিপোৰ্ট দিওঁতাসকলে অমৰ উকিলক দিছিল। ৰূপমৰ প্ৰতি এটি তাচ্ছিল্যতাৰ ভাৱ, দীপক আৰু দাসৰ ওপৰত প্ৰতিশোধৰ জুই আৰু বৰুৱালৈ ঈৰ্ষাৰ অনল তেওঁৰ জ্বলি উঠিছিল।

"চাৰ, ভদ্ৰ বৰুৱাক বৰপেটাত কিয় সোমাব দিলাক্?" উকিলৰ ধামাধৰা জনে কয়।

"তাৰ সমবায় মই কৰম। এককলমত তাৰ চব চৰকাৰী গ্ৰাণ্ট বন্ধ কৰি দিব পাৰো।" বিতৃষ্ণাত তেওঁৰ মুখখন কোচ খাই পৰে।

"চাৰ, আপোনালোকে টাউন খেনত অলপ চকু দিব লাগে, নহলে আহুন সমাজখেন খাই ফেল্‌বো। শুনছু চাৰ, ৰূপম বৰুৱা বলে আগতে কমিউনিষ্ট আছিল। সি কেনেকেন চাকৰি পালাক্ চাৰ? পুলিচৰ কোব খাৱা দীপক, সিও এটা মানুহ হৈছে। দয়ানন্দই আজি কালি তাৰ লগতহে ফুৰে। ভায়েকে ইঞ্জিনিয়াৰ হৱাই তাৰ অহঙ্কাৰ হৈছে। চাৰ, ডিগ্ৰেড কৰি দিবা নৰেনা?"

এইবিলাক শুনি অমৰ উকিলে মনে মনে থাকে। তেওঁৰ নেতৃত্ব আৰু প্ৰতিপত্তি হেৰোৱাৰ ভয় মনৰ মাজলৈ আহে।

দিনবিলাক দেখো বদলি যাব ধৰিছে, ডেকাবিলাকৰো দেখো মতিগতি আন ধৰণৰ। সেইবিলাকে আজি কালি তেওঁক সভা-সমিতিত সভাপতিত্ব কৰিবলৈও নামাতে। আগতে সাহিত্য সভাৰ পৰা কৃষ্টি সভালৈ, যুবক সভাৰ পৰা শ্ৰীশংকৰ-মাধৱদেৱৰ সোঁৱৰণী সভালৈ তেওঁকেই সভাপতি হবলৈ আহ্বান কৰি নিছিল। কিন্তু এতিয়া আৰু নিনিয়ে। উঠি অহা ডেকাদলে তেওঁক নেতা বুলি মানি লোৱা নাই। উকিলে কিন্তু এই কথাটো লাহে লাহে উপলব্ধি কৰি আহিছে। কৃষ্টি সংঘৰ ডেকা ল'ৰা কেইজনমানে তেওঁৰ ওচৰলৈ আহিছিল কিবা দিহা-পৰামৰ্শ পাব বুলি, কিন্তু তেওঁ ল'ৰাকেইটিৰ উৎসাহত চেঁচাপানী ঢালি পঠাই দিলে।

ৰঙিন ভৱিষ্যৎ তেওঁ কতো দেখা নাপায়। ময়নবৰীৰ কেইজন-

মান, মানুহে হালধীয়াৰ ঠাকুৰ আতাৰ ভিঠাটো ৰক্ষা কৰিব লাগে বুলি তেওঁৰ ওচৰলৈ আহি আবেদন জনাইছিল। ভূঞা হাকিমে কেনেকৈ সেই পৱিত্ৰ ভিঠাটোকো মানুহৰ পট্টাৰ ভিতৰত সোমাই দিলে তাকো কলে। মানুহ কেইজনে জনা নাছিল যে মাটিৰ হাকিম ভূঞা তেওঁৰ বৰ প্ৰিয়। মানুহ কেইজনক তেওঁ দাবি-ধমক দি পঠাই দিলে। তেতিয়াৰ পৰা সেই অঞ্চলৰ চাবেক অসমীয়া মানুহ কেইটাও তেওঁৰ প্ৰতি নাৰাজ হৈছে। চুনপোৱাৰ যুৱক সংঘই চুনপোৱাত এটা মঠ বান্ধিব লাগে বুলি তেওঁৰ ওচৰলৈ আহিছিল। তেওঁ কথাটোত মুঠেই উৎসাহ নিদিলে, মাথো চুটি মন্তব্য দিলে যে মঠ বান্ধিলে কি হব, বৰপেটা থানখনকেই ৰাইজে চলাব হেনো পৰা নাই।

এনে ধৰণৰ প্ৰাণহীন কথাৰ পৰাই মানুহে তেওঁক ভাল নোপোৱা হৈ আহিছে, কিন্তু ৰজাঘৰত তেওঁৰ প্ৰতিপত্তি অসীম। অফিচাৰক তেওঁ খেদো বুলিলে খেদিব পাৰে আৰু ৰাখো বুলিলে ৰাখিব পাৰে। চৰকাৰী সাহায্য সংক্ৰান্তত তেওঁ হয় নুবুলিলে সাহায্য অহা বৰ কঠিন। একমাত্ৰ এই দুটা কথাৰ বাবেই কিছুমানে তেওঁৰ মুখলৈ চায়। দুই চাৰিজন দুৰ্ব্বল অফিচাৰে কামৰ পিনে তথৈবচ হৈ তেওঁকেই পূজি বৰপ্ৰাপ্তিৰ আশা কৰি থাকে।

"কি কোৰছে ?"

"আছো দিয়া, বহা।" ভদ্ৰ বৰুৱাই সমবায়ত তেওঁক সভাপতি স্বৰূপে লবলৈ মন কৰি তেওঁৰ ওচৰ চাপে।

"আমাৰ অনুষ্ঠানটো চাব যাব লাগে।"

"নেদেখিলেও দেখিছো যাৱা। এৰি ফেলৱাহে সিবিলাক। তাত কৰি কিবা এটা চাকৰিতে সুমাই যাৱা।"

বৰুৱাই হাঁহি বিনীত ভাৱে কয়, "আপুনিয়েই যদি নিৰুৎসাহ কৰে, তেনেহলে অইনৰতো কথাই নাই।"

কিছু সময় দুয়ো মনে মনে থাকে।

"ৰূপম, দীপক, দয়ানন্দ এইবিলাকৰ বলে বৰ বন্ধু হৈছাহে ?"



"আমি সৰ্ব্বোদয়ৰ মানুহ। প্ৰত্যেক মানুহকেই আমি মানুহ বুলিহে চাও। কোন অফিচাৰ, কোন কংগ্ৰেছী, এইবিলাকত আমাৰ নজৰ নপৰে। মানুহৰ ক্ষুদ্ৰ কথাত মতভেদ বহুত হব পাৰে, কিন্তু মহান আদৰ্শৰ এটি ৰেণু মিল থাকিলেও আমি সাৰটি লওঁ। আমি দলৰ সমাজ নিবিচাৰো, আমি বিচাৰো মিলৰ সমাজ। ৰাজনৈতিক দলে মানুহক খন্দ খন্দ কৰিছে। আমি সকলোকে এক কৰিবলৈ বিচাৰিছো।" দৃঢ়তাৰে বৰুৱাই কথাবোৰ কৈ যায়।

ওঁঠৰ তলতেই এটি অপ্ৰকাশিত বেঁকা হাঁহি মাৰি অমৰ ডাঙৰীয়াই কয়, "তোমাআহাৰ কথাবিলাক বৰ খাপচাৰা। ইফালে সৰ্ব্বোদয় বুলি বিশ্বমানবতাৰ কথাও কোৱা—আনফালে একে দেশৰে কিছুমানক নাম দিছা পমুৱা। দেশৰ মাটিৰ পৰাও তাহঁনাক বঞ্চিত ক'ৰৱা খোজা।"

বৰুৱাই অলপ হাঁহি কলে, "বিশ্বমানৱতাৰ দোহাই দি সকলো কথাৰ মীমাংসা নহয়, নাইবা নৈতিকতাৰ দোহাই দিয়েই জাতীয় সমস্যাৰ মীমাংসা হব নোৱাৰে। আজিকালি অৰ্থাৎ স্বাধীনতাৰ পিছৰ পৰা কিছুমান পমুৱাই পূৰপাকিস্থানলৈ গলে দেশলৈ যোৱা বুলি কয়, এই কথা আপুনি জানেনে ?

"কলাক কি হল ?"

"তেন্তে আপোনাৰ লগত মোৰ একো কথাই হব নোৱাৰে। কিন্তু চাব, ক্ষুদ্ৰ স্বাৰ্থত দেশ বিক্ৰী নকৰিব।" কথাখিনি কৈয়ে বৰুৱাই খোজ ললে। অমৰবাবুৰ খং মূৰৰ চুলি পালে।

ধামাধৰাজন তেওঁলোকৰ কথা চলি থাকোতেই গুচি আহে। অকলশৰীয়া হৈ তেওঁ সামাজিক পৰিস্থিতিৰ কথা ভাবিবলৈ ধৰিলে। গণতন্ত্ৰ পাতিবলৈ গৈ দেশখনকেই উচ্ছৃঙ্খল কৰিলে বুলি তেওঁৰ ধাৰণা হ'ল।

এনেতে টিলিং টিলিং কৈ ফোন্‌টো বাজিব ধৰিলে। "হেলো, হয়, অমৰ দাস।......হয়......গৱৰ্ণমেণ্টে ধান কিনা আৰম্ভ

কৰিছে……সমবায়ৰ জৰীয়তে……কোনো কথা নাই……অতি সহজে কিনিব পাৰিব……খেতিয়কবোৰ বৰ অভাৱত আছে…… গাৱঁত সোমালেই হ'ল……কয়াঁকুচীৰ হাতত পাঁচ টকাকৈও বিক্রি হৈছে……হয়……হয়……( অলপ হাঁহি ) হয় হয়,……থিক…… ধন্যবাদ।

তেওঁৰ মুখখন উজ্জ্বল হৈ উঠে। আগৰ খং একেবাৰে মাৰ যায়।

ভদ্ৰবৰুৱাই গৈ থাকোতে বাটতেই ৰূপমক লগ পালে। ৰূপম চাইকেলেৰে যাব ধৰিছিল।

"অ' ভালেই হ'ল, লগ পালো। সমবায়লৈ নাযাব জানো?"

"যাম।"

"আপুনি আহি থাকক। মই এম্‌পোৰিয়ামত সোমাই আপোনাৰ তালৈ যাম। আপোনাৰ অনুষ্ঠানৰ দেখো এটি জৰুৰী ৰিপোৰ্ট খুজি পঠাইছে।"

"ভাল।" ৰূপমে বেগাই গুছি গ'ল। ভদ্ৰ বৰুৱাই লাহে লাহে খোজ কাঢ়ি ভাবি ভাবি যাব ধৰিলে।

দয়ানন্দ দাসকো কছাৰিলৈ যোৱাৰ বাটতে লগ পালে। এঘণ্টা পিছত ৰূপম গৈ সমবায় পালে। তেওঁ এটি এটি কৈ সমস্ত কথা টোকা কৰিলে, কেচ বুক চালে, ষ্টক চালে, ইত্যাদি।

"এটা কথা বৰুৱা," ৰূপমে কয়, "বৰপেটাত এটা বৃহৎ সমবায় আছে, সেই সমবায় হৈছে সত্ৰ। কিন্তু কালৰ গতিত, ৰাইজৰ অমনোযোগিতাত আৰু অশ্ৰদ্ধাত সি ক্ৰমাৎ পিছৰফালে গতি কৰিছে। সেই সত্ৰ পদ্ধতিৰ সম্পূৰ্ণ কথা বৈজ্ঞানিক দৃষ্টিভঙ্গিৰে লিপিবদ্ধ কৰি পৃথিবীৰ আগত ডাঙি ধৰক আৰু তাক পূৰ্ণজীৱন দি জয়-জয় ময়-ময় কৰি তোলক। আজিৰ সমবায়ে ষোল্ল শতিকাৰ সমবায়ৰ পৰা শিকিব লগা যথেষ্ট আছে।"

"থিকেই। আজি সোতৰ বছৰৰ মূৰত বৰপেটালৈ আহি থিক এনে ভাৰ মোৰো মনত খেলাই আছে। দুই এজন বন্ধু-বান্ধৱক এই কথা কৈছোও, কিন্তু কোনেও মোক উৎসাহ দিয়া নাই, বৰং নিৰুৎসাহহে কৰিছে।"

"নহয়, আপুনি নিৰুৎসাহ নহব। সমবায়ৰ ক্ষেত্ৰত আপোনাৰ নাম সমগ্ৰ অসমতেই আছে। এই বিষয়ে এখন কিতাপ লিখি উলিয়াই বিতং আলোচনা আৰু কাৰ্য্যপদ্ধতি হাতত লব লাগে। এই কাৰ্য্যত আপুনি সমগ্ৰ অসমৰেই সহযোগ পাব। দুজনা গুৰুই যিবিলাক সত্ৰ পাতিছিল তাৰ ভিতৰত বৰপেটাৰ বাহিৰে মই জনাত সকলো সত্ৰই সত্ৰাধিকাৰৰ ব্যক্তিগত সম্পত্তিত পৰিণত হ'ল, তাৰ ফলত সিবিলাক এজন লোকৰ পৰিচালনালৈ আহিল। দহজনৰ মতামত তাত গ্ৰাহ্য নহল। কিন্তু মথুৰা দাস বুঢ়া আতাৰ বিচক্ষণতাত বৰপেটাৰ সত্ৰ সম্পূৰ্ণ গণতান্ত্ৰিক আৰু সমবায়ৰ ভিত্তিত গঢ়ি উঠিল। সত্ৰাধিকাৰৰ পদো নিৰ্ব্বাচনলৈ আহিল। সত্ৰাধিকাৰৰ গৰাকী হ'ল 'সমূহ ভকত।' এটা বৈজ্ঞানিক যন্ত্ৰৰ নিচিনা সত্ৰৰ কাৰ্য্য চালু হ'ল। পাঠকৰ কাম পাঠকে, গায়নৰ কাম গায়নে, বায়নৰ কাম বায়নে, দামামা বজোৱা কাম দামাঘৰীয়াই কৰে। চাউল-ভৰালী, চৰু-ভৰালী, দেউৰী, ঘাই-দেউৰী, পালা-ধৰীয়া, পাচনীয়াৰ ইত্যাদি পদ, ধৰ্ম্মৰ নিচিনা নিৰুপিত হ'ল।"

দুই বৰুৱাৰ কথা এই দৰেই আৰম্ভ হ'ল।

"ইয়াৰ সত্ৰ পদ্ধতিত সঁচাকৈয়ে মই মুগ্ধ।"

ৰূপমৰ দীঘলীয়া কথাখিনি সমৰ্থন কৰি ভদ্ৰ বৰুৱাই কলে, "যুগৰ উপযোগী দুই এটি কথাৰ সলনাসলনি বা যোগাযোগ কৰিলেই এই পদ্ধতিক আমি বিশ্বপদ্ধতিত ৰূপায়িত কৰিব পাৰো।"

"কোনো সন্দেহ নাই, কিন্তু ইয়াৰ বাবে লাগিব আমাৰ পৱিত্ৰ প্ৰাণ, কঠোৰ পৰিশ্ৰম আৰু বিশ্বভাৰত অনুপ্ৰেৰণা। আমাৰ যে এইবিলাক সমবায় বহুত সময়ত জাল-জুৱাচুৰী। বেয়া নেপাব দেই।"

"বেয়া নেপাওঁ। নিজেই বহুত কথা জানো নহয়। সেই বাবেইতো ৰাইজৰ আস্থা আৰু শ্ৰদ্ধা আমি হেৰুৱাইছো।"

বহীৰ পাতবোৰ লুটিয়াই দাগ মাৰি টোকা লিখি ৰূপমে কয়, "আপুনি বুলিছে বৰ্ত্তমান সমবায়ক এনে খোলাখুলি ভাৱে সমালোচনা কৰিব পাৰিছো।"

"কিবা কলেই আমাৰ আজিৰ নেতাবিলাকে বৰ বেয়া পায়। মইও খোলাখুলিকৈ কিছুমান কথা কওঁ বাবেই তেওঁলোকে মোক-অলপ বেয়া পায়। দীপক নামৰ সেই ডেকা ল'ৰাটো মোৰ ওচৰলৈ অহাৰ বাবেই মোৰ জগৰ। তাৰ লক্ষ্য মহান, পদ্ধতিৰ বাবেই সি চুৰা গল নে? সেই ধৰণৰ ডেকা ল'ৰাসকলক কামত লগাব পাৰো, তেনেহলে সমাজৰ কল্যাণ অনিবাৰ্য্য।"

দীপকৰ সকলো কথা জানিলেও ৰূপমে মুখেৰে একো মন্তব্য নিদিলে। মাথো ভাবিলে, সেই দেশপ্ৰেমিক ডেকাজনৰ কথা, বেচেৰাই কেনেকৈ এতিয়াও অনাদৃত গাওঁ ভূঁইত সোমাই জনসেৱাৰ কাৰ্য্যত ঘূৰি ফুৰে। দেশখনক আৰু দেশৰ মানুহক যিমানকৈ দেখিছে, বুজিছে আৰু জানিছে, আজিৰ কেইজনে তেনেকৈ দেখিছে, বুজিছে বা জানিছে?

ৰূপমৰ ভাৱৰ সোঁতক বাধা দি বৰুৱাই কলে, "বুজিছে বৰুৱা, গান্ধীৰ পিছত আমাক বাট দেখুৱাওতা নোহোৱা হ'ল। সমাজক সেৱা কৰাতকৈ সমাজৰ ওপৰত প্ৰতিপত্তি চলাব পৰাটোৰে হল নেতৃত্ব, সমাজৰ হাৰ ককি খাব পৰাটোৱেই হ'ল ক্ষমতা।"

বৰুৱা বৈ গ'ল। আৰু যেন বহুত কথা তেওঁৰ কবলৈ আছিল। "কি কব? গান্ধীৰ শিলৰ মূৰ্ত্তিৰ আগত বুকু ঢাকুৰাই গান্ধীৰ আদৰ্শৰ বক্তৃতা দিয়া বৰলোকৰ অভাৱ নাই, কিন্তু সেই আদৰ্শ জীৱনত প্ৰতিফলিত কৰা লোক আমাৰ চকুত নপৰে।"

এইদৰেই দুয়ো কথা বতৰা পাতি কাম শেষ কৰে। ৰূপমে তেওঁক লগা কথাবোৰ টুকি লয়। বৰুৱাই তেওঁৰ সমবায়ৰ বিৰাট কাৰ্য্যকাৰিতাৰ সপোন দেখে। কৃষ্টি-কলাৰ সাগৰ স্বৰূপ সুন্দৰ সত্ৰখন তেওঁৰ চকুৰ আগত ভাহি উঠে। দেউতাকলৈ মনত পৰে।



ভাওনাত নাৰদৰ ভাও লৈ থানৰ নিৰ্ম্মালী মূৰত তুলিলৈ আজি দহ বছৰ আগতে তেওঁ বৈকুণ্ঠ প্ৰয়াণ কৰিছে। নাৰদৰ ভাওৰ মূল্য আজিহে তেওঁ প্ৰাণে প্ৰাণে উপলব্ধি কৰে।

* * *

বৰপেটালৈ পুনৰ বাৰিষা আহিছে। টাউনখন যেন এটি দ্বীপ, ইয়াৰ চাৰিও পিনে কেৱল পানী। বৰপেটাও পূৰ্ব্বতে পানীৰেই পৰিপূৰ্ণ আছিল। বাৰিষা মানুহে ঘৰৰ ভিতৰতেই চাং পাতি আছিল। কিবাকৈ বিচনী এখন চাঙৰ পৰা পৰিলেও সোঁতে উটাই নিছিল। এইটো অৱশ্যে আজিৰ পৰা পয়চল্লিচ বছৰৰ আগৰ কথা। মানুহে বান্ধিয়েই বৰপেটাখন এতিয়া দ্বীপত পৰিণত কৰাইছে। বিল আছিল এই অঞ্চলত কেবাটাও, যেনে—পূবে বৰবিল, উত্তৰে কলিয়াৰবিল, দক্ষিণে ভেলেঙি বিল। এইবিলাক বিল পাৰ হৈ গলে আৰু কিছুমান বিল পোৱা গৈছিল। বৰবিল আৰু কলিয়াৰ বিলৰ এতিয়া চিন চাব নাই। বৰবিলৰ পাৰত অৱস্থিত বুলিয়েই, বৰপেটাৰ এখন হাতীৰ নাম বিলৰটাৰী। ছয় মাইল পূবে থকা বৰবিলা গাওঁ, সম্ভৱত এই বৰবিলৰ মাজতেই সৃষ্টি হৈছিল। বৰবিলাৰ পূবে নিচেই কাষতেই নতুনকৈ গাওঁ হোৱা বাবে নগাওঁ হৈছে। বৰপেটা আৰু দাঁতিকাষৰীয়া ভৌগোলিক বুৰঞ্জী বোধহয় বিলৰ বুৰঞ্জীয়েই হব।

বাৰিষাৰ দিনকেইটা আজিকালি বৰ অভাৱ অনাতনৰ দিন। পূৰ্ব্বতে বৰপেটাৰ মানুহৰ বজালী, বৰনগৰ আৰু গোবৰ্দ্ধনাত খেতিৰ মাটি আছিল। বৰপেটা অঞ্চলত খেতি নোহোৱাৰ বাবেই বছৰৰ ধান এইবিলাক ঠাইৰ পৰা নিছিল আৰু বাৰিষা ঘৰতেই মাছ মাৰি সুন্দৰকৈ দুসাজ খাইছিল।

কিন্তু আজি আৰু সেইদিন নাই। বিলবোৰ মৰি যোৱাত মাছ হ'ল মহাৰ্ঘ। ইপিনে নাঙল যাৰ, মাটি তাৰ হোৱাত, বৰপেটীয়াই



আকৌ—৫

সেই মাটিবোৰো ক্ৰমাৎ হেৰোৱালে। এতিয়া শতকৰা দুঘৰ মানুহৰহে তেনে মাটি আছে। এতিয়া বৰপেটীয়াৰ ভৰালত ধান নাই, ৰান্ধনি ঘৰত আঁৰি থোৱা মাছৰ চালনিত মাছ নাই। ভৰাল খৰ মানুহে আজি কালি বান্ধিবলৈও এৰিলে। ভৰালক বৰপেটাত 'ভাখ্ৰী' বোলে। আজিৰ চাৰ-চলিয়ে ভাখ্ৰীৰ কথা একো নাজানে। এইদৰেই জীৱন-ধাৰাৰ পদ্ধতি এটিৰ পৰিবৰ্ত্তন ঘটিল।

এই বেলি বাৰিষা বেঁকীত কাঠ নাই। বেকীৰ ভাহি অহা কাঠৰ ওপৰত বৰপেটীয়াই নিৰ্ভৰ কৰে বহুতখিনি। এই কাঠ নহলে ভাটীয়াই বৰনাৱঁত অনা কাঠখৰি বেছি দামত কিনিব লাগে। ইয়াৰ বাহিৰেও মুছলমান পমুৱাই ম'হৰ গাৰীত কেঁচা গছ কাটি বিকিবলৈ আনে, একোগাৰীত দহ টকাৰ পৰা পোন্ধৰ টকালৈ দাম হয়।

বেকীত কাঠ ভাহি নহাত প্ৰতিজ্ঞা বা প্ৰতিজ্ঞাৰ শ্ৰেণীৰ তৃতীয়া লোক সকলে চপৰা কাটি বা দিন হাজিৰা কৰি দিনৰ খোৰাকি উলিয়াব লগা হয়। বাৰিষা বয়-বস্তুৰ দামো বাঢ়ে অধিক, গতিকেই এই কেইটাদিন সৰ্ব্বসাধাৰণৰ বৰ কষ্টকৰ।

পি-ডব্লিউ-ডি অফিচলৈ হাজিৰা কাম বিচাৰি প্ৰতিজ্ঞাই ৰূপমৰ ঘৰৰ আগেদি যাওঁতে ঘৰৰ দুৱাৰ মুখতে ৰূপমক দেখি নমস্কাৰ দিলে।

"ক'লৈ যোৱা ?"

প্ৰতিজ্ঞাই অলপ কাষ চাপি আহি ঈষৎ হাঁহি মাৰি কলে, "চাৰ, পি-ডব্লিউ-ডিৰ হাজিৰা কাম বিচাৰি আহ্ইছো। ৰাষ্টাৰ কাম কৰ্বাক লোগিন বলে বহুত কুলি লাগা হৈছে।"

"পানীয়ে কেইবাটাও ৰাষ্টা চিঙিলে নহয়। কাম পাবা নিশ্চয়।"

"আশা কৰিহে আহ্ইছো চাৰ। হাতত পাই পোনেকা এটাও নাই।"

প্ৰতিজ্ঞাই পোনে পোনে খোজ ললে। ৰূপমৰ মনটো বেয়া লাগিল। মানুহজনৰ প্ৰতি তেওঁৰ লাহে লাহে বৰ আপোন ভাব লাগি আহিছে।



বানপানীয়ে ব্ৰহ্মপুত্ৰৰ পাৰৰ বালা গাওঁ, ধৰ্ম্মপুৰ আদি কিছুমান গাৱঁৰ মানুহৰ ঘৰ ভাঙি নিয়া বুলি আল্লাউদ্দিন উকিলৰ জৰিয়তে কেইজনমান মাতব্বৰে মহকুমাৰ এচ-ডি-ওৰ ওচৰত সহায়ৰ আবেদন জনালে। অমৰ উকিলেও কথাটো শুনি তৎক্ষণাৎ এচ-ডি-ওৰ কাষ চাপি তেওঁ নিজেই সেইবিলাক ঠাইলৈ গৈ তদন্ত কৰিব লাগে বুলি এটি যেন নিৰ্দ্দেশেই দি আহিল।

ৰিৰ্জাভ উচ্ছেদৰ বিষয়ে হোৱা কথালৈ অমৰ উকিলৰ এচ-ডি-ওৰ লগত কিছুদিন আগতে অলপ খৰিয়ালেই হৈছিল। তেওঁক বদলি কৰাৰ বাবে উকিলে চিলঙৰ বৰমুৰীয়াৰ লগতো কথাবতৰা হৈছিল ; কিন্তু বদলিৰ হুকুম হওঁ হওঁ বুলি এতিয়ালৈ নোহোৱাত দাস ডাঙৰীয়া বৰ অতিষ্ঠ হৈ আছে। বৰ-হাকিমৰো পিঠিত মানুহ নোহোৱা নহয়, সেয়েই চিঠিৰে জনাই তেওঁও জেদ কৰি কিছুদিন থাকিবলৈহে বিচাৰিছে।

কেইদিনমানৰ ভিতৰতেই পানী বহুত নামি গ'ল। মানুহে বাৰিষা আৰু নাই বুলিয়েই কলে। বৰ-হাকিমেও বালাগাৱঁ ধৰ্ম্মপুৰৰ তদন্তলৈ নগ'ল।

আল্লাউদ্দিন চাহাবে বৰ-হাকিমৰ বৰভেমৰ কথা বৰদাসৰ বৰকাণত সৰুকৈ কৈ গ'ল।

ইতিমধ্যে আহিল মুখ্যমন্ত্ৰী। আল্লাউদ্দিনে গৰাখহনীয়াৰ সমস্ত কথা বাস্তৱ আৰু কল্পনা মিহলাই দাঙি ধৰিলে। অমৰ উকিলে এচ-ডি-ও জন বৰ সাম্প্ৰদায়িক বুলি তেওঁৰ বদলি তুৰন্তে দাবি কৰিলে। মুখ্যমন্ত্ৰীয়ে সকলো কথা মন দি শুনি চিলঙ পালে। ভৈয়ামৰ কথা পাহাৰলৈ গলে মনত নাথাকে বুলি মানুহে কয়। অৱশ্যে গদাপাণিয়ে ভৈয়ামৰ পৰা পাহাৰলৈ গৈ দালিমীক পাই জয়মতীক পাহৰা নাছিল। কিন্তু গদাপাণিৰ লেখিয়া লোক আজি কেইজন ?

যিয়েই নহওঁক, বৰহাকিমৰ বদলিৰ হুকুমলৈ কিন্তু মানুহে বাট চালে।

ভদ্ৰ বৰুৱাই তেওঁৰ সমবায়ৰ কাৰ্য্য দুগুণ উৎসাহেৰে আৰম্ভ কৰিলে। সত্ৰৰ কিছুমান সমূহীয়া নীতি তাত যোগ দিলে আৰু সত্ৰ পদ্ধতি, ইয়াৰ বৰ্ত্তমান অৱস্থা আৰু ক্ৰমোন্নতিৰ বিষয়ে এখনি থিচিচ লিখিবলৈ তেওঁ এখনি ব'ৰ্ড গঠন কৰিলে। প্ৰণাম চৌধুৰী, দয়ানন্দ দাস, গজেন্দ্ৰ উকিল, দীপক দাস আৰু তেওঁ নিজে ইয়াৰ সভ্য হল। প্ৰণাম চৌধুৰী সভাপতি, দয়ানন্দ দাস প্ৰধান সম্পাদক আৰু ভদ্ৰ বৰুৱা সংগঠক নিৰ্ব্বাচিত হল। যি কথা বোৰ্ডে মীমাংসা কৰিব নোৱাৰে বা বিচাৰি নাপায় তেনে কথাৰ বাবে সমিধান লব এশ বছৰীয়া বৰবাহাৰ বুঢ়া ভকত শ্ৰীমহিম আতৈৰ পৰা আৰু পিছত ব'ৰ্ডত আলোচনা কৰি শুদ্ধ কথাৰ আঁত উলিয়াই লিপিবদ্ধ কৰা হব। লিখাৰ ভাৰ পৰিল "আৰাহন যুগ"ৰ প্ৰবীণ সাহিত্যিক দয়ানন্দ দাসৰ ওপৰত। কাম আৰম্ভ হ'ল প্ৰবল উদ্দীপনাৰে।

বৰপেটাৰ কথা বুলিলে বতাহ। "ইয়াতে মাৰিলে টিপা, গড়গাওঁ পালেগৈ শিপা"ৰ নিচিনা অমৰ দাসৰো কথাটো কাণত পৰিল।

"চাৰ শুনছে নহয় ভদ্ৰ বৌৱাৰ কথা।" অমৰ উকিলৰ অন্তৰখন জ্বলাই দিবলৈ ধনো ওৰফে ধনো ঢামাধৰাই কয়।

"কৰক দিয়াহে। কিনো কৰ্‌বো? সত্ৰ-ফত্ৰ একো নাথাকেহে মিছা কথা। তাৰ সেই কাম নাই, কিবা এটা কৰি ডাঙৰ মানুহ হবা লাগিলতো।"

"থিকেই চাৰ। কিন্তু সমাজৰ অন্যায় হয়, আপ্‌নালোকে প্ৰতিকাৰ নক্‌ৰিলি। —চাৰ, একেবাৰে হাঁহি উঠা কথা হৈছে—দীপক—সেই ফৌটাটো, সিও মেম্বৰ।"

অমৰ দাসে কৃত্ৰিম হাঁহি এটা মাৰে। অলপ সময় তুয়ো মনে মনে থাকে। অমৰ দাসে ভাৱে কাক কেনেকৈ ধ্বংস কৰিব আৰু ধনো ঢামাধৰাই ভাৱে কাৰ বিৰুদ্ধে আৰু কি কথা লগাই তেওঁৰ প্ৰিয়পাত্ৰ হব।



"চাৰ সেই প্ৰণাম চধ্‌ৰীটো, তেওঁনো এই ফৌটা কেইটাৰ কিয় লগ হৈছে?"

"সভাপতি পাতি ডাঙৰ মানুহ পাত্‌ছে।" টুপুৰকৈ অমৰ দাসে কয়।

"বাচখেন কেন্‌চেল্ কৰে দিয়ক বাপে মজা পাৱক। দয়ানন্দৰ ভায়েকে চাৰ ইঞ্জিনীয়াৰ হৈছে, ডিগ্ৰেড কৰি দিবা লাগে চাৰ।"

ধনোৰামে তেওঁৰ মুখলৈ চায়।

"যাৱা, ময়ো খাই-বৈ যাওঁ জালাহুৰ ফালে।" অমৰ দাস ভিতৰ সোমায়।

ধনোৰাম গুচি আহে। বাটে বাটে ভাবি আহে চতুৰ্থ বাৰ্ষিকত পঢ়া পুতেকৰ কথা, কেনেকৈ এই বছৰটো পাৰ হৈ যায়। অমৰ উকিলেও কৈ আছে "পাছটো কৰক দিয়া, কিবা এটা কৰিম।"

ধনোৰামৰ সপোন এচ-ডি-চিৰ বাপেক হোৱা।

* * *

বৰপেটাৰ মৰানদী নখাওাৰ জোনাকখিনি বৰ সুন্দৰ। পানীত জোনটো ভাঙি মণি-মুকুতাৰ সৃষ্টি হৈ জিল্‌মিলাই পৰে। বেকাকৈ বৈ যোৱা নদী দুখনে সেই মণি-মুকুতা বিলাক উটুৱাই লৈ যায় কুমাৰকুছিৰ সমুখেদি তাহানিৰ বাউসী পৰগণাৰ পিনে।

বৰুৱাৰ সমবায়ৰ দীঘল পুখুৰীটোতো জোনৰ জিক্‌মিকনি কিছুমান আকাশৰ পৰা সুলকি পৰে। বৰুৱাই সপোন দেখি উঠে আৰু আন আন কিছুমান নতুন জোনাকৰ।

গান্ধীৰ হাঁহি মুখ, বিনোৱাৰ দাৰ্শনিক মুখ আৰু শঙ্কৰদেৱৰ পূৰ্ণিমাৰ চন্দ্ৰ সদৃশ মুখ তেওঁ যেন সেই জিল্‌মিলনিৰ মাজত দেখা পায়। পৃথিবীৰ নিৰস্ত্ৰীকৰণৰ সপোন জাগে, সমগ্ৰ পৃথিবী এক সমবায়ৰ ভিত্তিত থিয় হোৱা তেওঁ কল্পনা কৰে।

হঠাতেই আহি ওলায় ৰূপম আৰু মদালসা।

"অ', উচিত সময়তেই উচিত মানুহ আহিছে।" ভদ্ৰ বৰুৱাই কয়।

"কোন দিনা ইয়াৰ পৰা যাব লাগে থিক নাই," গতিকেই আদৰ্শেৰে গঢ়া সমবায়খন এওঁকেই দেখুৱাও বুলি লৈ আহিলো।"

"কিয় যাব লাগে? কি বেয়া পালে আপুনি আমাক। আহক, আহক, পুখুৰীৰ পাৰৰ বাঁহেৰে সজা বেঞ্চতেই বহক।"

দুয়ো সেই পিনে আগবাঢ়ি গৈ বহিল। বৰুৱায়ো গছৰ মূঢ়া (বেচ সুন্দৰকৈ চাচি-চুচি লোৱা) এটাত গৈ লাহেকৈ বহি পৰিল।

"কাকো বেয়া পোৱা নাই, সকলোকে ভালহে পাইছো। আপোনাৰ লগত সমবায়ৰ কাম কৰিবলৈ বৰ ইচ্ছা আছিল, কিন্তু ইয়াৰ মানুহৰ চকু বৰ বক্ৰ।"

"থিকেই, সেয়েইতো আপোনাক আমাৰ সমবায় গ্ৰন্থ সমিতিৰ পৰা বাদ দিলো।"

"ভাল কৰিলে, আমাৰ আৰু এইবিলাকত মন নাই। যি যুঁজ কৰিলো আগতেই গ'ল।" মদালসাই কয়।

"কি কব বৰুৱা? আমিও তিনিবাৰ ফাটেক খাটিলো, পঢ়া শুনাও নষ্ট হৈ গ'ল। দেশ-প্ৰেমৰ অনুপ্ৰেৰণাতহে আমি সেইবিলাক কৰিছিলো, মান পদৰ বাবে নহয়। সেইবাবেই স্বাধীনতাৰ পিছত বিনোৱাজীৰ আন্দোলনত যোগ দিলো, নহলে আমিও ঘৰ-দুৱাৰ, মাটি-বাৰী কৰিব পাৰিলোহেতেন।"

"কিন্তু তেওঁলোকে ভাৱে যে দেশ-প্ৰেম তেওঁলোকৰহে সম্পত্তি, বাকী সকলো দেশদ্ৰোহী।"

মদালসাৰ কথাখিনি ভদ্ৰ বৰুৱাই ভালকৈ বুজি পাই এটি বেদনাৰ নিশ্বাস পেলায়। জোনৰ পোহৰ তেতিয়া পুখুৰীৰ পানীত পৰি জিল্‌মিলাব লাগিছে। নিমিষতে তেওঁৰ মনটো ভাল লাগি আহিল। প্ৰকৃতিৰ বুকুত জোনাকৰ জিল্‌মিলনি তুলি মানুহৰ মনত আনন্দৰ সঞ্চাৰ কৰিব? বৰুৱাৰ মনৰ মাজত এটি স্বাভাৱিক প্ৰশ্ন উঠিল।

ৰূপম আৰু মদালসাই জোনাকৰ সৌন্দৰ্য্যৰ পিনে আগ্ৰহেৰে চাই থাকিল।



"বৰ ভাল লাগিছে। ঠাইখিনি কিবা আশ্ৰম যেন লাগিছে, নহয়নে?" মদালসাই সৰলতা সনা সুৰত প্ৰশ্ন কৰি উঠে। ভদ্ৰ বৰুৱাই আনন্দত লাহে লাহে হাঁহি মাৰে।

ৰূপমে ইংগিতেৰেই সমৰ্থন কৰি মনে মনে ৰয়।

"কবলৈ গলে সমগ্ৰ ভাৰতবৰ্ষই আশ্ৰম। মানুহৰ জীৱনটোকো পূৰ্ব্বৰ ঋষি-মুনি সকলে চাৰি আশ্ৰমত ভাগ কৰিছিল। আমাৰ গৃহস্থীখনক আমি এখন আশ্ৰম বুলি ভাবিব পৰা হলে আমাৰ মহান কল্যাণ হ'লহেতেন, কিন্তু আমি দুৰ্নীতি, উৎপীড়ন, শোষণ, শাসনৰ আশ্ৰয় লৈ গৃহস্থী বঢ়াবৰ যত্ন কৰো, ধন-সম্পদ বঢ়াবৰ চেষ্টা কৰো।"

ভদ্ৰ বৰুৱাৰ দীঘলীয়া কথাখিনি দুয়ো শুনি থাকে। এইদৰেই তিনিও বহুত সময় গল্প কৰিলে। মদালসাই মনত কৰি দিয়াতহে ৰূপমে উঠি বৰুৱাৰ পৰা বিদায় লৈ ঘৰমুৱা হ'ল।

পিছ দিনা দীপক আহিছিল সমবায়ৰ উদ্যোগত এখনি কৃষক মেলা পতাৰ বাবে ভদ্ৰ বৰুৱাৰ লগত আলোচনা কৰিবলৈ। অৱশ্যে কৃষক সংগঠনৰ বাবে এনে মেলা দৰকাৰ, কিন্তু কৃষক মেলা পাতি সম্পূৰ্ণভাৱে এখনি চৰকাৰী বিষয়াৰ মেলাত পৰিণত কৰিলে কৃষকৰ লাভৰ ঘৰত থাকে শূন্য। বা-বিষয়াৰ পয়োভৰত তেওঁলোকৰ চকুত চমক লাগে সঁচা কিন্তু তেওঁলোকৰ মনলৈ ব্যৰ্থতা আহে বেছি। মেলাখন পাতিবা লাগে সম্পূৰ্ণ ন ধৰণে আৰু সংগঠনৰ কাৰ্য্যকৰী দিশটোৰ ফালেহে তীব্ৰ নজৰ দি কৰিব লাগে।

এই দৰেই দুয়ো আলোচনা কৰে। সমবায়ৰ চাৰিও পিনে ঘূৰি দুয়ো কথা পাতে। কৰ্ম্মী কেইজনৰ লগত নানা কথা আলোচনা কৰে।

বৰুৱাই মাজতে কয়, "এজন বলবান, তেজী আৰু অকৃত্ৰিম কৰ্ম্মী লাগে, ক'ত পাওঁ?"

"এজন মানুহ আছে, তেওঁ বাঘৰ দৰে বলী, সিংহৰ দৰে সাহসী আৰু বাৰিষাৰ গুৰি পৰুৱাৰ দৰে ক্লান্তিহীন। তেওঁ যদি আহে, তেনেহলে সমবায় দহগুণে আগ বাঢ়িব।"

"ক'ত আছে তেওঁ, আনি দিয়া তেওঁক।" দৃঢ়তাৰে বৰুৱাই কয়।

"তেওঁ এতিয়া ৰাষ্ট্ৰীয় শিল ভঙা কামত তামোলপুৰ উঠিছে। ইয়াৰ পি-ডব্লিউ-ডিত কামনাপাই সেই পিনেই গুছি গ'ল। যুদ্ধৰ আশংকাৰ বাবে সেই পিনেদি ভোটানলৈ যোৱা ৰাষ্ট্ৰৰ কাম আৰম্ভ হৈছে।"

"যুদ্ধ, পুনৰ যুদ্ধ। এই বেলি যুদ্ধ হলে পৃথিবী ধ্বংস হব।" বিতৃষ্ণাৰ ভাবত বৰুৱাই কয়। "বাৰু যিয়েই নহওক দিয়াচোন, আমাৰ সেইবিলাক বাদ দিয়া, আদাৰ বেপাৰীক জাহাজৰ খবৰ নালাগে। আমাৰ কৰ্ত্তব্য হৈছে শোষণহীন সুন্দৰ সমাজ তৈয়াৰ কৰা। তুমিয়েই গৈ তেওঁক লৈ আহা।"

"তেওঁ বৰ স্বাধীন ভাৱাপন্ন লোক। আহিলেহে, কিন্তু কৈছো নহয় যে তেওঁ ইয়াত যোগ দিলে তেওঁ কি যে নকৰিব। তেওঁৰ ডেজিগ্নেচন দিব মুখ্য কৰ্ম্মী।"

"যোৱা আজি বা কালিলৈয়ে যোৱা। অ' কালি ৰূপম বৰুৱাও সপৰিবাৰে সমবায় চাবলৈ আহিছিল হে। বৰ ভাল মানুহ দিয়া। এনে অফিচাৰ পাবলৈ নাই। সকলো অফিচাৰ তেওঁৰ নিচিনা হলে, চৰকাৰৰ সকলো আঁচনিয়েই কৃতকাৰ্য্যতা লাভ কৰিব।"

বৰুৱাৰ কথাখিনি দীপকৰ বৰ আনন্দ লাগে, কাৰণ বহুতদিন আগৰ পৰা তেওঁ উভয়কে জানে আৰু ভক্তি কৰে।

"দুয়োজনেই আগতেই দেশৰ কামত ফুৰা মানুহ।"

"হয়নেকি ?"

"হয়।"

দীপকে আৰু আন কথা নকয়। "যাওঁ দিয়ক, কালিয়েই যাম।"

"আহা, বাট খৰছৰ বাবে টকা দহটা নিয়া।"

"হব দিয়কচোন।"

"কিয় ? সেইটো নিয়ম নহয়। তুমি ক'ত পইচা পাবা।"

দুয়ো আগবাঢ়ে। দীপকে বৰুৱাৰ পৰা বিদায় লৈ পিছদিনা তামোলপুৰৰ ফালে ৰাওনা হ'ল।



সেই অঞ্চলত বৰপেটাৰ মানুহ ঠায়ে ঠায়ে বহিছে। কোনোৱে সৰু সুৰা দোকান আৰু কোনোৱেবা অলপ খেতিও আৰম্ভ কৰিছে। আগতে এইবিলাক মানুহে খেতিৰ কাম নাজানিছিল, এতিয়া বাধ্য হৈ খেতিয়ক হৈছে। কিছুমানে পৰিয়ালৰ কষ্ট হোৱাত বৰপেটাৰ পৰা একেবাৰে তুলি লৈ আহিছে। এইবিলাক উপনিবেশৰ মাজতো সৰু-সুৰা কীৰ্ত্তন ঘৰো হৈ উঠিছে।

দীপকে এঘৰ বৰপেটীয়া মানুহৰ ঘৰতে খাই-বৈ ৰাতিটো কটালে। পিছদিনা ৰাতিপুৱাই দীপকে গৃহস্থৰ পৰা বিদায় লৈ প্ৰতিজ্ঞাৰ সন্ধানত ওলাল। বাটতে মানুহ নোহোৱা ঠাইত অকণমান আৰ্চি এখনত চাই সৰু গোঁফ একোচা নাকৰ আগত লগাই ললে। এইদৰে "মেক-আপ" কৰি ফুৰা স্বভাৱ তেওঁৰ আগৰ পৰাই আছে। আধামাইল বাট গৈয়ে পি-ডব্লিউ-ডিৰ গেং এটি লগ পালে। গেংটোত অসমীয়া আৰু হিন্দুস্থানী মানুহ মিহলি। তাত সোধাত এজনে কলে, "আধামাইল দূৰৈত আছে যাৱক। তেহ্নাৰ দলটোও যাৱা ৰাতি ইয়াতে আছিল।"

দীপকে বুজিলে এওঁ নলবাৰী অঞ্চলৰ।

"কাকাহুনাৰ ঘৰ ক'ত হে ?" দীপকে সোধে।

"পিপ্লিবাৰীত। পেটৰ দায়ত কুলি হৈছো দা পিতি। তুমি বৰপেইটা পিতি ?"

"হয় দিয়া। আমাৰ সেই মানুহজনক নিবা লাগা হৈছে দিয়া।"

"পাৰলি নিয়া পিতি। শিল ভাঙতে পিট্টি ময়চ্ছি দিয়া পিতি।"

দীপকে হাঁহি মাৰি মনৰ উলাহত এটি গীত গাই গাই আগ বাঢ়িল—

"শিল ভাঙিবি তই,
শিল ভাঙিবি তই,
নতুন দেশৰ
নতুন বাটৰ
সপোন গঢ়িবি তই।

হাতুৰীৰ খুণ্ডা শিলত লাগে,
চিক্‌মিকুকৈ ফিৰ্‌ডিতি জাগে,
তাৰেই আহি
চিটিকণি এটি
শুকান বাঁহত লাগে,
গৰাখহনীয়া সমাজখনৰ
বুকুত আগনি জাগে।"

সেই গেংটোৰ কাষ চপাৰ লগে লগেই দীপকে গীত সামৰিলে। কণ্ঠস্বৰটি প্ৰতিজ্ঞাৰ চিনাকী যেন লাগিল। আন বন্ধুৰা সকলেও সেইপিনেই কিছু নজৰ কৰিলে।

ৰাষ্টাৰ মোহৰাৰ জনো ডাঙৰ শিল এচটাত বহি এটি ছাতি টানি আছিল। দূৰতেই গীতটো সামৰাত আৰু অলপ শুনিবলৈ মন গৈছিল।

"কিয়ে বাপা, কোক আহ্‌ইলি ?"

"নকবি দে কাকা। আমাৰ ভদ্ৰ বৰুৱাই তোক নিবা খেদোইছে। সমবায়ত তোক প্ৰধান কৰ্ম্মী নিযুক্ত কোৰবা খুজিছে।"

"ক'ত বাপা আৰো পৰৰ তলত খাটি মৰ্‌বি-এ ?"

"সমবায়ৰ সকলো সভ্যৰে সমান স্বত্ব। এটি মহান আদৰ্শ আগত ৰাখি বৰুৱাই এই অনুষ্ঠানটো খুলিছে।"

"বাপা, তেওঁক দেখুন মাহ্‌নে কিবা-কেনি কয় যে ?"

"কাকা, হিংসাতে কয় এ। তেওঁ প্ৰকৃততে ভাল মানুহ।"

মোহাৰাৰ জনে মাত দিয়ে, "তেওঁক নিলে আমাৰ সকলো ফুটিয়েই মাটি হবহে।"

"আমাৰ এটি অনুষ্ঠানৰ বাবে তেওঁক লগা হৈছে। তেওঁ গলে সেই অনুষ্ঠানটিয়ে দহ গুণ কৃতকাৰ্য্যতা লাভ কৰিব।"

"বাৰু য'ক, কিন্তু মাজতে এনেকৈ গুচি গলে দেখো দৰমহা পোৱাত দিগদাৰ হব পাৰে। মাহটোৰ পাঁচ দিন বাকী আছে।



এই পাঁচ দিন থাকি পহিলা তাৰিখে ৰঙিয়াত দৰমহাখিনি লৈ যোৱাই ভাল হব।"

মোহৰাৰৰ পৰামৰ্শ মতেই প্ৰতিজ্ঞাই সেই পাঁচ দিনো তাত কাম কৰিবলৈ স্থিৰ কৰিলে।

সিদিনা সন্ধিয়াৰ লগে লগে গেংটোৰ লগত দীপকেও কেম্পলৈ গ'ল। প্ৰতিজ্ঞাই সকলোৰে একেলগে ৰন্ধা বঢ়া কৰিছিল। দীপকেও তাতেই খালে। সেই পাঁচ দিন এনেয়ে বহি থকাতকৈ ৰাষ্টাৰ কামকেই কৰিলে। ৰাতি হলে গোঁফ-কোচা সোলোকাই থয়, আৰু পুৱাই পিন্ধি লয়।

"ই কোচানো কিয় এ বাপা?" লাহেকৈ হাঁহি মাৰি প্ৰতিজ্ঞাই সোধে।

"সকলো সময়তেই একে চেহেৰা দেইখে ফুৰলি মানুহে মনত ৰাখে। মানুহে মনত ৰাখ্‌লি সকলো কাম কৰ্‌বা নোৰি। দেখ্‌ছাই নহয়, কেনেকেন মই কুলিৰ লগত কুলি হৈ গেইছো।"

"হৈ দে বাপা।"

সন্ধিয়া পৰতেই দীপকে ওচৰৰ গাৱঁলৈ যায়, দুখীয়া খেতিয়ক মানুহক লগ ধৰে, তেওঁলোকৰ অভাৱ অভিযোগৰ খবৰ লয়। যুদ্ধ হব বুলি তেওঁলোকে বৰ ভয় খায়। দীপকে তেওঁলোকক সাহ দি কয় আৰু বুজায় যে যুদ্ধ নহয়, কেতিয়াও হব নোৱাৰে। পৃথিবীৰ কোনেও আজি যুদ্ধ নিবিচাৰে। যোৱা যুদ্ধই পৃথিবীখন ধ্বংস কৰি থৈ গৈছে। সাম্ৰাজ্যবাদ ধ্বংস কৰি সেই পৃথিবীক আমি নতুনকৈ তৈয়াৰ কৰিব ধৰিছো।

মানুহবিলাকে তেওঁৰ পৰিচয় সোধে। পি-ডব্লিউ-ডিৰ ৰাষ্টাৰ কুলি বুলি পৰিচয় দি দীপকে মনত আনন্দ পায়। মানুহবিলাকৰ মনত সন্দেহ হয়, বিস্ময় জন্মে। তেওঁক ৰাষ্টাত কাম কৰি থকা অৱস্থাত দেখা মানুহ ওলায়।

পাঁচটা দিন পাৰ হ'ল। ৰঙিয়াই দি দৰমহা লৈ ঘূৰি আহোতে তেওঁলোকৰ এসপ্তাহ পাৰ হৈ যায়। তাৰ এদিন পিছতেই তেওঁলোকে

আহি সমবায় পাওঁতে সন্ধিয়া হৈ ভাগি গৈছে। সমবায়ৰ কৰ্ম্মী-সকলে কামৰ শেষত ব্যক্তিগত চাফাইত ব্যস্ত।

বৰুৱাই ইটো সিটো চাই ঘৰলৈ ঘূৰিবলৈ মন কৰিছে। গছৰ ফাঁকেদি অস্পষ্ট জোনাক এজলক তেওঁৰ মুখত পৰিছে। দূৰৰ পৰা সেই মুখখন দেখা পাই প্ৰতিজ্ঞাৰ মনত এটি আশাৰ সঞ্চাৰ হ'ল, দেহৰ ভাগৰ যেন পলাল।

* * * *

আলোচনা-বিলোচনা, প্ৰশংসা-বদনাম, আশীৰ্ব্বাদ-অভিশাপৰ দল্‌দোপনিৰ মাজেদি সাধাৰণ নিৰ্ব্বাচন পাৰ হৈ গ'ল। তিতাপানীত অমৰ দাসৰ বিৰাট পৰাজয়ৰ কথা মানুহৰ মুখে মুখে। নানা জনে নানা কথা কৈছে, কিন্তু ধৈৰ্য্যশীল দাসে একো কেৰেপ নকৰি বৃহৎ বৃক্ষৰ দৰে অবিচলিত হৈ আছে। আল্লাউদ্দিন ছাহাবে তেওঁৰ ঘৰলৈ আহি পৰাজয়ৰ কাৰণবোৰ বিশ্লেষণ কৰি কৰি তেওঁক কৈ যায়। দাসে একো মন্তব্য নিদি দুখত মাথো এটি কৃত্ৰিম হাঁহি দেখুৱাই দিয়ে।

ধনো ঢামাধৰাই দয়ানন্দ দাস, প্ৰণাম চৌধুৰী, ভদ্ৰ বৰুৱা, গজেন্দ্ৰ উকিল আৰু নাৰায়ণ বায়নক উধে-মুধে গালি পাৰে। মাধৱ পাঠক, ক্ষমা ওজাকো অলপ অলপ দোষাৰোপ কৰে।

ভূঞা হাকিমে ৰাতি মনে মনে আহি কাণে কাণে কৈ যায়। "লিষ্ট কৰিব ধৰিছো, এটা এটাকৈ থিক কৰিম। বেনাৰ্জ্জী অনুসন্ধানৰ বাবে গৈছেই।"

"গণতন্ত্ৰী দেশ, ভোট হব, ঘাটা জিটা হব, কি কথা?" দাসে সাধাৰণ কথাৰ দৰেই কয়। কথা কোৱাৰ লগে লগে তেওঁৰ পকি বগা হোৱা চুলিখিনি মোহাৰে।

"আপোনাৰ নিচিনা ত্যাগী মানুহৰ পক্ষে অৱশ্যে ই একো নহয়, কিন্তু আমি কিয় এৰিম?"

হাকিম গুচি যায়। দাসে মনত বিভিন্ন কথা ভাবি খাই-বৈ টোপনিত পৰে।



অলপ কেইদিনমান পিছতেই মহকুমা অধিপতি ছিলঙলৈ বদলি হ'ল। অৱশ্যে তেওঁ প্ৰমোচন পালে।

মানুহে কোৱা-কুই কৰিলে যে বৰপেটাত অফিচাৰ সকলৰ বদলা-বদলি হৈ এটি আমূল পৰিবৰ্ত্তন হব। বহুত চি-আই-ডি হেনো নামি গৈছে। দুই চাৰি অফিচাৰ বোলে নিৰ্ব্বাচনত গোপন ভাবে জড়িত হৈছিল। একে পাৰ্টিৰ মানুহে নিজৰ পাৰ্টিৰ বিপক্ষে গোপনে কাম কৰিছে, ইত্যাদি কথা মানুহৰ মাজত কোৱাকুই চলিল।

দীপকে ৰূপমৰ বহালৈ যোৱা একেবাৰে বন্ধ কৰিছে, কাৰণ চি-আই-ডি নমা কথাৰ তেওঁ কিছু দিন আগৰ পৰাই গম পায়।

ভদ্ৰ বৰুৱাৰ কাম কাজতো এই কেইদিন বহুত ব্যাঘাট হৈছে। তেওঁ নিজে নিৰ্ব্বাচনত জড়িত নহলেও, মানুহৰ টানত দুই চাৰি সভা-সমিতিত যোগ দিব লগা হৈছিল।

প্ৰতিজ্ঞা মুখ্য-কৰ্ম্মী হৈ সমবায়ৰ কামত লগাত বৰুৱাই বৰ সকাহ পাইছে। মানুহজন কঠোৰ পৰিশ্ৰমী, নিৰ্ভীক আৰু সৎ। প্ৰতিজ্ঞা অহাৰ পিছৰ পৰাই তেওঁ নিজেই বুজাই, ভিক্ষা কৰি ফুৰা কিছুমান বিধবা মানুহক ঢেঁকীত লগাই দিছে।

"কুকুৰৰ দৰে চুৱা চেল্‌কি কিয় মাহ্‌নোৰ ঘৰে ঘৰে ফুৰ্‌ৱা লাগে? কাম কৰা, খাৱা, ভগৱন্তেও ভাল পাবো।" প্ৰতিজ্ঞাৰ কথাত নিৰাশ্ৰয়, দুখীয়া, অনাদৃতা বিধবা কেইটিয়ে কয়, "হয় দে বাপা, খুজি ফুৰলি লাভ আছে, কিন্তু গালি-গঞ্জনা কিমান সহ্য হব?"

পঞ্চাশটা ঢেঁকীত দুজনীকৈ বৰ্ত্তমানে এশ দুখীয়া তিৰোতাই কাম আৰম্ভ কৰিলে। ঘানিত লাগিল দুকুৰি মানুহ, খেতিত একুৰি, ফিচাৰীত দহ জন, শাক-পাচলিত দহ জন, মুৰগী আৰু হাঁহত দহ জন আৰু দহজন অফিচকে লৈ আন আন কামত লাগিল, মুঠতে সমবায়ত এতিয়া দুশ জন মানুহে কাম কৰে।

নিৰ্ব্বাচন পাৰ হৈ বৰপেটাখন শান্তিলৈ অহাৰ লগে লগেই দয়ানন্দ দাসে পৰিকল্পিত কিতাপখন লিখিবলৈ আৰম্ভ কৰিছে।

সপ্তাহত এদিনকৈ অৰ্থাৎ প্ৰত্যেক দেওবাৰে কমিটি বহে আৰু সপ্তাহৰ লিখা-খিনি পঢ়ি শুনায়। আলোচনাৰ যোগেদি কাটি উলিওৱা প্ৰতিমাত ৰং লগোৱাৰ নিচিনা কথাবোৰ চালি-জাৰি সুন্দৰ কৰি তোলা হয়। দীপকেই আলোচনাত সক্ৰিয় অংশ গ্ৰহণ কৰে। বৰুৱাই ভাবিবই পৰা নাছিল যে কম বয়সীয়া এই ডেকা ল'ৰাটোৰ ভিতৰত ইমান জ্ঞান আছে। অমৰ উকিলৰ কথা ভাবে মনে মনে। এই ডেকা ল'ৰাটিক স্থান দিয়াৰ বাবে কিমান বেয়া পাইছিল। হব পাৰে তেওঁ এদিন বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সক্ৰিয় সভ্য আছিল, সেই বুলিয়েই তেওঁ সমাজৰ বৰ্জ্জিত হবনে? কমিউনিজমো সমাজৰ কল্যাণৰ বাবেই উদ্ভাৱন হৈছিল। এই ডেকা-সকলক যদি আমি সৰ্ব্বোদয়ৰ বাটলৈ আনিব পাৰো, তেনেহলে সমাজৰ মহৎ কল্যাণ সাধন হব। এই দৰেই ভাৱে ভদ্ৰ বৰুৱাই।

অমৰ দাস, মাধৱ পাঠক আৰু ক্ষমা ওজাই মুখত বৰুৱাক সমৰ্থন কৰিলেও পেটে পেটে এই অনুষ্ঠানটিক ভাল নোপোৱা হৈ আহিছে, বিশেষকৈ অমৰ দাসে। ইপিনে কোনো প্ৰকাৰে বাধাও দিব নোৱাৰে, কাৰণ বৰ্ত্তমান পৰিকল্পনাৰ ভিতৰত সমবায় বা কো-অপাৰেটিভ বিভাগটিও অন্যতম। আন একো উপায় নাপাই ধনোৰামৰ দ্বাৰা চি-আই-ডিৰ আগত লগাই দিলে যে ভদ্ৰ বৰুৱাই প্ৰতি বছৰে কমিউনিষ্ট পাৰ্টিক বৰঙনী দিয়ে। এদিন সমবায়ৰ অফিচত থাকোতে হঠাতেই এজন অচিনাকী মানুহ আহি ওলাল।

"আপুনি ভদ্ৰ বৰুৱানে?"

"হয়, বহক।"

"জানিব পৰা গৈছে যে আপুনি হেনো কমিউনিষ্ট পাৰ্টিক বৰঙনি দিয়ে।"

"মই কোনো ৰাজনৈতিক পাৰ্টিকেই বৰঙনি নিদিওঁ, আনকি কংগ্ৰেছকো নিদিওঁ।" হাঁহি মাৰি বৰুৱাই কয়।

"কংগ্ৰেছকো নিদিয়ে?"



"হয়।"

মানুহজন আচৰিত হৈ পৰে। "আপুনি তেনেহলে কোনো পাৰ্টিত নাই!"

"কোনো ৰাজনৈতিক পাৰ্টিত নাই। বৰ্ত্তমানে, এই অনুষ্ঠানটিৰ জৰিয়তে মই সমাজ-সেৱাৰ পৰিকল্পনা হাতত লৈছো। মোৰ সম্পৰ্ক গান্ধীজীৰ ৰচনাত্মক কাৰ্য্যৰ লগত। মোৰ সম্পৰ্ক আছিল গান্ধীজীৰ কংগ্ৰেছৰ লগত, বেড্ডীৰ কংগ্ৰেছৰ লগত নাইবা নাম্বুদিৰিপাদৰ কমিউনিষ্ট পাৰ্টিৰ লগতো মোৰ কোনো সম্পৰ্ক নাই। মই সমাজৰ এজন সাধাৰণ সেৱক।" নিৰ্ভিকতাৰে বৰুৱাই কথাবোৰ কৈ যায়।

"সঁচাকৈয়ে আপুনি নিৰ্ভীক মানুহ। আপোনাৰ কথা সম্পূৰ্ণ বিশ্বাস কৰিছো। বৰপেটাত কেইজনমান বৰ বেয়া মানুহ আছে, সিহঁতে হিংসাতে মানুহৰ বিপক্ষে পুলিচত কথা লগায়। বাৰু আহিলো, বেয়া নাপাব।"

"আপোনাৰ পৰিচয়?"

মানুহজনে হাঁহি মাৰি কলে, "মোৰ পৰিচয় নাই, মই চোৰাংচোৱা বিভাগৰ মানুহ, নমস্কাৰ।" চাইকেলত উঠি মানুহজন তৎক্ষণাৎ আঁতৰি পাৰিল।

বৰুৱাই ভাবিলে সমাজৰ নিম্নতাৰ কথা। তথাপিও বৰুৱা আশাবাদী। অদূৰতেই সুন্দৰ সমাজৰ জোনাকৰ জিল্‌মিলনি তেওঁৰ চকুৰ আগত ভাঁহি উঠে।

ছমাহ পাৰ হৈ যায়। বৰপেটাৰ অফিচাৰ বহুত বদলি ইতিমধ্যে হৈ গ'ল। ৰূপমৰ বদলিৰ হুকুমো আহে গাৰোপাহাৰলৈ। মনটোত তেওঁৰ ভালহে লাগে। পিছপৰা এটা জনজাতিৰ সেৱা কৰিবলৈ তেওঁৰ আগ্ৰহ জন্মে।

সমবায়ত এখনি বিদায় সভা বহে। এই বিদায় সভাতেই দয়ানন্দ দাস, দীপক আৰু বৰুৱাই তেওঁৰ প্ৰশংসা কৰে আৰু অতি আদৰেৰে বিদায় দিয়ে।

ৰূপমে সকলোকে সম্ভাষণ জনাই বিদায় লয় আৰু বিদায়ৰ বাণী স্বৰূপে ইয়াকেই কয়, "বৰপেটা এখনি মহান তীৰ্থ। দুজনা গুৰু আৰু তেবাৰ ভকত সকলৰ ইয়াত সমাবেশ হৈছিল। শিক্ষা সংস্কৃতিয়ে ইয়াৰ পৰাই বিস্তাৰ লাভ কৰিছিল। দুজনা গুৰুৰ মনোৰম পৰিকল্পনাৰ সত্ৰ সমবায়ক কেন্দ্ৰ কৰি বিশ্ব সমবায় গঠিত হওঁক। আপোনালোকৰ হাতে লিখা বৃহৎ পুথি "বিশ্ব সমবায়" অতি সোনকালে ছপা কৰি উলিয়াই তুৰন্তে সমাজ গঠন, দেশ গঠন, ৰাষ্ট্ৰ গঠন আৰু বিশ্ব গঠন কাৰ্য্য হাতত লওঁক। ভগৱন্ত আপোনা-লোকৰ সহায় হওঁক, মহাত্মা গান্ধীৰ আশীৰ্ব্বাদ আপোনালোকৰ শিৰত পৰক।"

কৰ্ম্মী সকলে জয়ধ্বনি কৰি উঠিল। সেই জয়ধ্বনি চলি থাকোতে-প্ৰতিজ্ঞাই আগ বাঢ়ি আহি ৰূপমক সাৰটি ধৰিলে। সি মুখেৰে একো কথা কব নোৱাৰিলে, মাথো সৰ্‌সৰ্‌কৈ চকুলো বাগৰি পৰিল।

আকৌ জয়ধ্বনি উঠিল, "মহাত্মা গান্ধীৰ জয়," "বিশ্ব-সমবায় গঠিত হওঁক," "বিশ্ব বন্ধুৰা এক হওঁক," "সৰ্ব্বোদয় সাৰ্থক হওক"।

সভা শেষ হ'ল, সমাজ ভাগিল। বিদায় সভাৰ কথা বৰপেটাৰ দোকানে দোকানে আলোচনা হ'ল। কোনোবা ফালৰ পৰা ঘূৰি আহি অমৰ দাস বহিল ৰামো বেপাৰীৰ জোতাৰ দোকানত। তাতেই খবৰ পালে যে ভদ্ৰ বৰুৱাই সমবায়ত ৰূপম বৰুৱাক সভা পাতি বিদায় দিছে। দাসে কিন্তু কথাটো ভাল নাপালে। "সাধাৰণ অফিচাৰ, কিয় এনে অভ্যৰ্থনা ক'ৰ্‌বা লাগে?"

বেপাৰীৰ কথাত দাস ডাঙৰীয়াই লাহেকৈ কলে, "ভাল পাইছে, কৰক দিয়া।"

* * * *



দিনৰ পিছত দিন গৈছে, মাহৰ পিছত মাহ গৈছে, কিন্তু বৰপেটাৰ সমাজৰ বিশেষ পৰিবৰ্ত্তন হোৱা নাই। পৰিবৰ্ত্তনৰ ভিতৰত কেঁচা আলিৰ পৰিবৰ্ত্তে পকা আলি, খালি ভৰিৰ পৰিবৰ্ত্তে জুটা, ডেকা সকলৰ চুৰিয়াৰ পৰিবৰ্ত্তে দীঘল-পেণ্ট, আদহীয়া সকলৰ ধানৰ বেপাৰৰ পৰিবৰ্ত্তে দিন হাজিৰাৰ কাম, পণ্ডিত আৰু কেৰানীৰ সংখ্যা বৃদ্ধি, উদাসীন ভকতৰ অভাৱত সত্ৰৰ বেমেজালি, চুৰিয়াৰ অভাৱত তিথি-উৎসৱত উপস্থিতিৰ সংখ্যা হ্ৰাস, ৰাজনীতিত খেলি-মেলি, সমাজ-নীতিত অদূৰদৰ্শিতা, ইত্যাদি। এয়ে হৈছে বৰপেটাৰ চিত্ৰ।

গঢ়িব নাজানিলে, সকলো বিনাশ হয়। বৰ্ত্তমান সময়ত ভাৰতত গঢ়নৰ যুগ আৰম্ভ হৈছে, কিন্তু বৰপেটাত?

"চাৰ, চলিটো দেখোন বি-এ পাছ হ'ল, কিবা এটা কৰি দিয়ক।"

অমৰ দাস ডাঙৰীয়াই লাহেকৈ হাঁহে, মুখেৰে নামাতে। খবৰটোত তেওঁ একো আনন্দ নাপায়।

"কিবা এটা কৰি দিয়ক। আপনাকে আশা কৰি আপোনাৰে হাগা গু খাই আছো।"

ধনোৰামৰ কথাত তেওঁৰ পেটে পেটে হাঁহি উঠে, খন্তেক বৈ কয়, "তাক আলাউদ্দিন চাহাবৰ লগত ছিলঙক পঠে দিয়া, তেওঁ এ চব কৰ্‌বা পাৰ্‌ব।"

"টাকা পইচাহে………"

"টাকা পইচা লাগ্‌বতো।"

ধনোৰামে মুখেৰে নামাতে। তেওঁক আশা কৰিয়েই বেচেৰাই অত দিন নকৰিব লগা কামো কৰি আছে, নকব লগা কথাও কৈ আছে।

"তেওঁক আহা যাৱা খৰছ আৰু একশ টাকা ফিজ দিবা, কেৰানী কাম এটাত সুমে দি আহ্ইব।" ধনোৰামৰ মুৰত যেন সৰগ ভাগি পৰিল, মুখৰ মাত হেৰায়, তেজ চলাচল বন্ধ হয়।

"চাৰ, টাকা পইচাৰ বৰ অভাৱ। আপনাকে আশা কৰি আছো। আপনাৰ কাৰণেই ৰাইজৰ পৰা মই কিমান গালি-গঞ্জনা খাইছো।" ধনোৰামৰ চকু দুটাত পানী আহিব খোজে।

"কিয় গালি খাই মৰা? কোনি তোমাক গালি খাবা কোইছে?" দাস ডাঙৰীয়া ভিতৰৰ ফালে উঠি গল।

ধনোৰামেও বিফল মনোৰথ হৈ ঘৰলৈ উভটিল। বাটতে লগ পালে ভদ্র বৰুৱাক।

"বাপা তই যুগৰ পৰিবৰ্ত্তন আন্‌ছা, ভাল পাইছো দে, বাপা, সমাজখেন ভাল হলিহে ভাল পাওঁ। তোৰ পিতেৰ লগত বাপা মোৰ বৰ মিল আছিল।"

ধনোৰামৰ কথা শুনি বৰুৱাই কলে, "যাবচোন এদিন সমবায়ৰ ফালে।"

"যাম দে বাপা, তোৰ লগত বৰ ডাঙৰ কথা এটাও আছে।"

"হব দিয়ক।"

বৰুৱা গুছি যায়। ধনোৰামেও ওজা ডাঙৰীয়াকে লগ ধৰো বুলি বেগাবেগিকৈ খোজ ললে।

বৰুৱাই দয়ানন্দ দাসৰ ঘৰলৈ আহি "বিশ্বসমবায়ৰ" প্ৰকাশৰ বিষয়ে আলোচনা কৰে। দীপকো আহি ওলায়। প্ৰণাম চৌধুৰীয়ে আগতে এদিন কৈছিল চৰকাৰী সাহায্যৰ বাবে আবেদন কৰিবলৈ, কিন্তু বাকীবিলাক সভ্যৰ বৰ মন নাই। সমবায় অনুষ্ঠানটিয়েই আজি চৰকাৰী সাহায্য নোহোৱাকৈয়ে চলিব পৰা হৈছে, যদিও প্ৰথমতে চৰকাৰী সাহায্যৰ দ্বাৰাই ই জীৱন লাভ কৰিছিল, তেনে স্থলত পুথি এখন ছপোৱাৰ বাবে কিয়নো চৰকাৰৰ ঘৰক বিৰক্ত কৰিব লাগে? দুশ কৰ্ম্মীৰ পাঁচ টকাৰ অংশ একোটা ললেই



দেখো এহেজাৰ টকা হয়? এনেদৰেই পুথিখন ছপোৱাৰ ব্যৱস্থা হৈ যায়।

ৰূপমৰ অনুপস্থিতি তেওঁৰ বন্ধু সকলে অনুভৱ কৰে। প্ৰকৃত দেশ-সেৱাৰ ভাৱ লৈ তেওঁ চৰকাৰী কাম কৰিছে। ইয়াৰ আগতে তেওঁ এজন দেশসেৱকেই আছিল, নিপীড়িতৰ দুখ-দীনতাত তেওঁৰ অন্তৰ কান্দিছিল, বিপ্লৱী ভাবধাৰাই তেওঁক সক্ৰিয় কৰি তুলিছিল। এনে অফিচাৰ এজন বৰপেটাত আৰু কিছুদিন থাকিব লাগিছিল।

নতুন নতুন অফিচাৰ আহি বৰপেটা ৰজন্জনাই তোলে। অমৰ দাসৰ পৰাজয়ৰ পিচৰ পৰা বৰ বেছি মানুহ আৰু আজিকালি তেওঁক চেলাম দিবলৈ নাহে। তথাপিও, বৰপেটাৰ বহুতেই তেওঁক মনত নহলেও মুখত পুৰণি সমাজকৰ্ম্মী এজন বুলিয়েই কিছু মান কৰে।

সিদিনা ভদ্র বৰুৱাই ৰামো বেপাৰীৰ দোকানলৈ গৈছিল চেন্দেল এজোৰ কিনিবলৈ। ভিতৰত যে অমৰ দাস বহি আছিল তেওঁ কবই পৰা নাছিল। তিনি চাৰি জোৰ মান চেন্দেল চাই তাৰে এজোৰ তেওঁ পচন্দ কৰিলে। দাম দিবৰ সময়তহে তেওঁ দাস ডাঙৰীয়াক দেখিলে।

"অ, দেখাই নাছিলো।"

"ক'ত দেখ্‌বা, সমবায় খুলি ডাঙাৰ মাহ্নু হৈ গেইছা।"

"আমিতো ডাঙৰ মানুহ নহওঁ, আমি তৈয়াৰহে কৰো।" এটি বিৰক্তিৰ ভাৱত বৰুৱাই উত্তৰ দিয়ে।

"থিকেই, ঢেকীৰ খুণ্ডাত ডাঙাৰ মাহনু বাহিৰ হব।"

"এসময়ত আপুনি গান্ধীৰ সেৱক নাছিল? কিয় আপুনি কুটীৰ শিল্পক ইতিকিং কৰে? পুজিপতিৰ আশীৰ্ব্বাদত আপোনাৰ জেপ গধুৰ গৈছে, নহয়নে?"

"সৰুৰ মুখত ডাঙৰ কথা।" কথাষাৰ কৈ দাস ডাঙৰীয়া গপগপাই থাকে। বেপাৰীয়ে বাধা দি হাঁহি কয়, "বৰুৱাই চব কাম ভালেই কোৰছে, কিন্তু ফটুৱা কেইটামানক স্থান দিয়াতহে আমি বেয়া পাইছো।"

"কাৰু বা আপুনি ফটুৱা বোলে ? আমাৰ মনত সকলো মানুহেই সমান। জাতিৰ জনক বাপুজীয়ে অনাদৃত অবহেলিত ভঙ্গি সকলকে বন্ধু বুলি, মানুহ বুলি, গ্ৰহণ কৰিছিল।" দৃঢ়তাৰে ৰকৰাই কয়।

"দীপক আৰু প্ৰতিজ্ঞা, এই বদমাচ কমিউনিষ্ট দুটাক আপুনি কিয় স্থান দিছে ?" বেপাৰীয়ে পুনৰ হাঁহি মাৰি প্ৰশ্ন কৰে।

"আপনালোকৰ ভুল ধাৰণা পৰিত্যাগ কৰক। দীপক আৰু প্ৰতিজ্ঞা দুয়োজনেই শুদ্ধচৰিত্ৰ, কৰ্ম্মী, জ্ঞানী আৰু প্ৰকৃত সমাজ-সেৱক। দীপকে অৱশ্যে এসময়ত ৰাজনীতিত ঘূৰিছিল, কিন্তু প্ৰতিজ্ঞা—সি এজন দীন বনুৱা, ৰাজনীতিৰ লগত তাৰ কোনো দিনাই সম্পৰ্ক নাছিল। বেপাৰী, এইবিলাক ভাৱ এৰক, পৃথিবীৰ পৰিবৰ্ত্তন হৈ আহিছে, ভুৱা দি খোৱা দিন আৰু নাই। যাওঁ দিয়ক, বেয়া নেপাব, নমস্কাৰ।"

বেপাৰীয়ে "নমস্কাৰ," "নমস্কাৰ," বুলি কয়। দাস ডাঙৰীয়া শিলৰ মানুহৰ দৰে বহি থাকে।

ৰকৰা গুছি যোৱাত বেপাৰীয়ে লাহেকৈ দাস ডাঙৰীয়াৰ মনত ভালৰি বোলাবলৈ কয়, "বৰ বইদ্‌জাত মানুহ ইটো, গৱৰ্ণমেণ্টৰ টকা খাই গাৰটো বাঢ়োইছে। ঘৈণীয়েক জনীও হাথী হেন হৈছে।"

"দিয়া, হ'ক দিয়া।" দাস ডাঙৰীয়াই কয়।

"পৃথিবীৰ পৰিবৰ্ত্তন হৈ আহিছে" কথাষাৰি তেওঁৰ বৰকৈ লাগে। তেনেহলে সঁচাকৈয়ে পৰিবৰ্ত্তন কিবা এটা হব ? তেন্তে তেওঁলোকৰ নেতৃত্ব ? তেওঁলোকৰ দল ?

"যাওঁ দিয়া" বুলি তেওঁ উঠি এইবিলাক ভাবি ভাবি ঘৰমুৱা হয়।

তেতিয়া ৰাতি হৈ আহিছে। মটৰ, ৰিক্‌চা, চাইকেলৰ শব্দত বজাৰৰ চাৰি আলিৰ চোক উতুলি মুতুলি লাগিছে। চিপাহী দুটাই 'ওভাৰলোড' ধৰিবলৈ সাজু হৈ আছে। গাড়ীত 'ওভাৰলোড' নহাত তেওঁলোকৰ মনবিলাক বেয়াও লাগিছে।

* * * *



"এটি সমবায়ৰ ভিত্তিত আমি সমগ্ৰ পৃথিৱী এক হম। আমি সকলোৱে ৰংমনে কাম কৰিম, সমানে ভগাই খাম। যাক যিখিনি লাগে তাতকৈ বেছি নিনিম। কাকো আক্ৰমণ কৰি কাৰো পৰা চাহি-চুহি নানিম। এলেহুৱা মানুহৰ স্থান আমাৰ সমাজত নাই। আমি সকলোৱে কৰ্ম্মী হম। আমি বুদ্ধ, গান্ধী, শঙ্কৰক মনত ৰাখিম।"

আলোচনা চক্ৰত দীপকে এইদৰে কয়। আন আন কৰ্ম্মীৰ মাজত বহি প্ৰতিজ্ঞায়ো দীপকৰ কথাবিলাক শুনি থাকে। তেওঁৰ মনৰ এতিয়া বহুত পৰিবৰ্ত্তন হৈছে। তেওঁক অপমান কৰাৰ প্ৰতিশোধৰ ভাৱ এতিয়া আৰু তেওঁৰ মনত নোহোৱা হৈ আহিছে। ভদ্ৰ ৰকৰাৰ প্ৰভাৱত গান্ধীৰ কথা আৰু কাৰ্য্যই তেওঁক অনুপ্ৰাণিত কৰে। অহিংসাৰ ব্যাপক অৰ্থ তেওঁ বুজিবলৈ যত্ন কৰে। ভক্ত প্ৰহ্লাদৰ সহনশীল বাধাৰ প্ৰকৃত ৰূপ তেওঁ অন্তৰত উপলব্ধি কৰে।

অধ্যয়ন চক্ৰৰ আলোচনাৰ দ্বাৰা আন আন কৰ্ম্মী সকলৰ মনলৈও যথেষ্ট পোহৰ আহিছে। এটি কৰ্ত্তব্যবোধেৰে তেওঁলোকে কাম কৰে, ফাকি ফুকা তেওঁলোকৰ নাই। সমবায়ৰ উৎপাদন বঢ়োৱাৰ অৰ্থই হৈছে, তেওঁলোকৰ জীৱন ধাৰাৰ মান উন্নয়ন হোৱা,—এই কথাটো তেওঁলোকে ভালদৰে বুজি পাইছে। কাম কৰা মহিলা সকলৰ মনলৈও যথেষ্ট দায়িত্ববোধ, কৰ্ত্তব্যবোধ আৰু আত্মসম্মান জ্ঞান আহিছে।

কৃষ্টি চৰ্চ্চাও তেওঁলোকৰ মাজত আৰম্ভ হৈছে। এনে চৰ্চ্চাৰ দ্বাৰা তেওঁলোকৰ মনলৈ আনন্দ আৰু ধৰ্ম্মৰ ভাৱ আহিছে। শৃঙ্খলা সমবায়ৰ কৰ্ম্মীসকলৰ অন্যতম গুণ। ভ্ৰাতৃত্বৰ ভাৱ তেওঁলোকৰ মাজত দেখা দিছে। বৰ্ণ-সচেতনতা তেওঁলোকৰ মাজৰ পৰা

অন্তৰ্হিত হৈছে। জাতিভেদ তেওঁলোকে এতিয়া আৰু বিশ্বাস নকৰে। গান্ধীজীৰ নিৰ্ব্বাণ দিবস উপলক্ষে ত্ৰিশ জানুৱাৰীৰ মিলিত কমিটী এখনে কাৰ্য্যসূচী হাতত লৈছিল। তাত সূত্ৰ-যজ্ঞ, শ্ৰমদান আদি বিভিন্ন কাৰ্য্যক্ৰম ধৰা হৈছিল। গান্ধী-মূৰ্ত্তিত মাল্য প্ৰদান কৰা বিষয়টোত ভদ্ৰ বৰুৱা আৰু তেওঁৰ সমবায়ৰ কৰ্ম্মীসকল বিৰত থকাত এটি হৈ-চৈ লাগি পৰিছিল। এই সুযোগতে অমৰ দাসে বৰুৱাৰ সকলো ৰচনাত্মক কাৰ্য্যকেই খৰ্ব্ব কৰিবলৈ এটি সুযোগ বিচাৰিছিল। মুকলি সভাতেই তেওঁ ভদ্ৰ বৰুৱাক বাক্যবাণ মাৰি থকা-সৰকা কৰিলে। তেওঁ প্ৰকৃত গান্ধীবাদী নহয়। গান্ধীৰ নাম লৈ তেওঁ সমাজৰ ওপৰত প্ৰতিপত্তি চলাবলৈ বিচাৰিছে, নিজে ধনী হবগৈ আক্ৰোশ কৰিছে, সন্ত্ৰাসবাদী কমিউনিষ্টক তেওঁৰ সমাজত স্থান দি দেশৰ সৰ্ব্বনাশ সাধিছে, ইত্যাদি ধৰণে এটি দীঘল বক্তৃতা দিলে নিৰ্দ্দিষ্ট বক্তাৰ গদীখনৰ পৰা।

এনে অবান্তৰ কথা অমৰ উকিলাৰ টেমেকা কেইটামানৰ বাহিৰে কোনেও ভাল পোৱা নাছিল। বৰুৱাই ধৈৰ্য্য ধৰি থাকি সমজুৱাৰ বক্তৃতা ওলোৱাত দুষাৰ কবলৈ থিয় হ'ল। সভাপতিয়ে তেওঁক দহ মিনিটহে সময় দিলে।

আন আন কথাৰ লগত বৰুৱাই কলে, " ... ... ... গান্ধীয়ে জড়বাদ শিক্ষা দিয়া নাছিল। তেওঁৰ জীৱনেই আছিল তেওঁৰ বাণী, ৰচনাত্মক কাৰ্য্যই আছিল তেওঁৰ আত্মা। তেওঁৰ পৰিকল্পিত সমাজত সকলোৰে স্থান আছিল। আমাৰ আজি সৰ্ব্বোদয় সমাজলৈ নিজকে কমিউনিষ্ট বা চোচিয়েলিষ্ট বুলি কোৱা সমাজ সেৱক সকল অহাত কিবা বাধা থাকিব পাৰেনে? গান্ধী-দৰ্শনত আকৃষ্ট হৈ আজি পৃথিবীৰ বহু মনীষীয়ে এই মহান সক্ৰিয় ভাৱধাৰালৈ ধাৱমান হৈছে। আমি তেওঁলোকক বাধা দিমনে ... ... ... ?"

"দহ মিনিট হৈ গৈছে, আপুনি বহক, আন মানুহেও কিবা কব পাৰে।" তেওঁ বহিল। দুই চাৰিয়ে কলে। সভা ভাঙিল। চাৰিও



পিনে বাপুজীৰ জয়ধ্বনি ঘোষিত হ'ল। সভাৰ দুদিনমান পিছতেই ধনোৰাম সমবায়লৈ গৈ বৰুৱাক লগ ধৰিলে। সিদিনাৰ সভাৰ কথাকেই পহিলাতে উলিয়ালে।

"বাপা, অমৰ উকিলটো ভণ্ড তপস্বী-এ। নিজৰ নামত সা-সম্পত্তি নকৰে, কিন্তু কৰে ভায়েক ভতিজাৰকৰ নামত।" ধনোৰামে কয়। "সিবিলাক কথা নকও দিয়কচোন। আমি এম-এল-এ হবাও যাৱা নাই, মন্ত্ৰীৰ গাদীত বহিবও ইচ্ছা কৰা নাই। আমাৰ প্ৰতি তেওঁ কিয় ইমান ৰুক্ষ?" বৰুৱাই বেজাৰ ভাৱেৰে কয়।

"যাৰ যি স্বভাব বাপা। ওকালতি নকৰাকৈয়ে উকিল নাম লৈছে।" ধনোৰামে কয়।

এই দৰেই দুই চাৰি কথা কোৱাৰ পিছত ধনোৰামে কয়, "বাপা, মোক অলপ সাহায্য নকৰা কিয়?"

"কেনে সাহায্য ক'কচোন।"

"আমাৰ কৃষ্ণই বি-এ-পাছ হ'ল। পাছে, কিবা এটা উপায় কৰি চাকৰি বাকৰি এটা যোগাৰ কৰি দি।" বৰুৱাই খন্তেক ৰৈ কলে, "বৰদলৈ থকা হলে কোনো কথা নাছিল।"

তেওঁ ৰৈ যায়। ধনোৰামে অপেক্ষা কৰে আন কথালৈ। "দিয়কচোন, অৱশ্যে শৰ্ম্মাক লোগিন এখন চিঠি দিবা পাৰো, কাম হয় নহয়, নাজানো।"

ধনোৰামে যেন সৰগ ঢুকি পালে।

"হবো এ বাপা, তোৰ চিঠিৰ পৰা কাম।" আনন্দৰ ভাৱত ধনোৰামে কয়।

"তেনেহলে ছিলঙত যাৱাৰ আগদিনা তাক পঠাই দিব, চিঠি এখন লিখি দিম।"

"ভগৱন্তে তোৰ কুশল কোৰ্‌বে দে বাপা।"

ধনোৰামে বিদায় লৈ গুছি যায়। পিছতেই বৰুৱাই বিভিন্ন কাম চাবলৈ বাহিৰ হয়। ঢেকীৰ ঢেক্‌কুৰ-কুৰ, তেলৰ ঘাণীৰ কেৰ-কেৰণী

শব্দবোৰ সংগীতৰ নিচিনা বৰুৱাৰ কাণত পৰে, সেউজীয়া কৃষি পথাৰত বতাহ লাগি নৃত্য-কৰা দৃশ্যই তেওঁক আনন্দ দিয়ে।

সন্ধিয়া দয়ানন্দ দাস আৰু দীপক আহি সমবায়ৰ সৰু পুথি ভৰালটিত বহে। বহুত কথাই তেওঁলোকে আলোচনা কৰে। দয়ানন্দ দাসে অমৰ দাস ডাঙৰীয়াৰ সিদিনাৰ সভাত বৰুৱাৰ প্ৰতি কৰা ব্যৱহাৰত বেজাৰ প্ৰকাশ কৰে।

"কৈছে কৈছে দিয়ক, তেওঁলোক ক্ষমতাশালী মানুহ, কিন্তু এই মহতালি কেইদিন থাকিব ?" বৰুৱাই হাঁহি মাৰি কয়।

"মানুহজন হিংসুক আৰু চকুচৰহা। এই সমবায়খনৰ কৃতকাৰ্য্যতা দেখি তেওঁৰ চকু পুৰিছে। কেনেকৈনো তেওঁৰ নিচিনা মানুহক আমি দেশ-সেৱক বুলিম ?

দাসৰ কথাত বৰুৱাই টুপুৰকৈ মাত দিলে, "তেওঁলোকেই দেশসেৱক, তেওঁলোকেই নেতা, তেওঁলোকেই দেশৰ হৰ্ত্তা-কৰ্ত্তা। হওঁক, তাত আমাৰ একো বেজাৰৰ কথা নাই, কিন্তু ৰাইজৰ মাজত আমালোকৰ ৰচনাত্মক কাৰ্য্যৰ অপপ্ৰচাৰতহে দুখ লাগে।"

"ইমান সময় দুয়োৰো কথা শুনি থাকি দীপকে মাত লগালে, কেইদিন অপপ্ৰচাৰ কৰিব ? মানুহ দিনক দিনে বুজা হৈ আহিছে। অজ্ঞানতা যুগ আৰু পাৰ হৈ আহিব ধৰিছে।"

"আমি সদায় সত্য যুগহে বাঞ্চা কৰো।"

বৰুৱাৰ কথা শুনি দীপকৰ মনত কিবা এটি আশাৰ সঞ্চাৰ হয়। তিনিও ওলাই যায় ফুৰিবলৈ। মৰানদীৰ পাৰেদি ঘূৰি গৈ বজাৰৰ পিনে সোমাল। এনেতে দেখিলে পুলিছে কেইজন মান মানুহ থানাৰ পিনে খেদি আনিব ধৰিছে, পাছে পাছে দৰ্শক স্বৰূপে দুকুৰি মান মানুহ। পুলিছৰ আগত টাউনৰ বিশিষ্ট ধনী ৰূপা দালাল, সন্তৰাম বনীয়া, বাৰ হাজাৰী বঙ্কিম ( বিয়াৰ সময়ত কইনাৰ বাপেকৰ পৰা বাৰ হাজাৰ নগদ টকা লোৱা বাবে এই নাম হৈছে ) আৰু চাৰি



পাঁচখন বাটৰ গৰাকী ( অৱশ্যে বেলেগ বেলেগ মানুহৰ নামত ) হৰিপদ পাঠককো দেখা গ'ল।

দীপকে দেখিয়েই বুজিলে যে টাউন-দাৰোগাৰ হাতত জুৱাদাৰী ধৰা পৰিছে। মানুহৰ কথা বতৰাৰ পৰা তিনিও বুজিলে যে জুৱাদাৰীক টাউন-দাৰোগাৰ নেতৃত্বত চিপাহীয়ে পাক্ৰাইছে।

পুলিচৰ কিছু আঁতৰত দুই চাৰিয়ে পুলিচক প্ৰশংসা কৰিছে, কোনোৱেবা আকৌ গালিও পাৰিছে। যিয়েই নহওক, ৰাইজৰ সেৱাৰ সমালোচনাৰ গতি আমাৰ সমাজত এই দৰেই চলিছে।

দেৱালীলৈ এমাহ আছেই। এতিয়াৰ পৰাই জুৱাৰ ধুম চলিছে।

"সমাজৰ আৱৰ্জ্জনা।"

"বৰাই কিন্তু এইবেলি থিক কৰিছে।" দীপকে কয়।

"কোন বৰা ?"

"টাউন-দাৰোগা। বেছ সাহসী ডেকা।"

তিনিও কাষেদি পাৰ হৈ গ'ল। জুৱাৰীৰ দলে সৈতে মানুহবিলাক থানালৈ আগ বাঢ়িল।

"বুজিছেনে, বৰপেটাত কৰিব লগা কাম যথেষ্ট আছে।" বৰুৱাই কয়। "জুৱাখেল বহুত কমিছে, আগৰ দৰে নাই। আজি-কালি এই নৈ যোৱা ধৰণৰ নতুন ধনী কিছুমানেহে জুৱাত নামিছে।" দীপকে কয়।

"আমাৰ এওঁ কিন্তু এইবিলাকে খবৰ পায়।" দাসে অলপ হাঁহি কয়।

"সমাজৰ সেৱাৰ বাবে ওলোৱা ডেকা ল'ৰা সকলো ফালেদি সজাগ হৈ থাকিবই লাগিব।"

"আন এটি পাপ সোমাইছে—কবিৰাজী সুৰা। চৰকাৰৰ পৰা লাইচেন্স দিয়া হৈছে। মদ নিবাৰণ হৈ নতুন মদ আহিছে।" দীপকৰ মনলৈ বিৰক্তি আহে।

কথা কৈ কৈ তিনিও আগ বাঢ়ে। সমাজৰ বিভিন্ন সমস্যাবিলাকে তিনিওৰে মনত তোলপাৰ লগায়।

ৰূপমৰ পৰা চিঠি আহিল বৰুৱালৈ, দয়ানন্দ দাসলৈ আৰু দীপকলৈ।

তিনিওৰে আদৰ্শ লৈ তেওঁ শুভেচ্ছা জনাইছে। গাৰো পাহাৰলৈ গৈ তেওঁ ভালেই পাইছে, সমাজ সেৱাৰ কাম ইয়াত বহুতেই আছে। মদালসায়ো ইয়াত দুই তিনি জনী মনমিলা বান্ধৱী পাই দিন বিলাক ভাল দৰেই কটাব ধৰিছে। শেষত "বিশ্বসমবায়" চপা হৈ ওলোৱাত মনত অতি আনন্দ পাইছে আৰু ভবিষ্যৎ সমাজ গঠনৰ মহৎ আশা মনত পুহিছে বুলি জনাইছে।

সমবায়ৰ কাৰ্য্যাৱলীয়ে বৰপেটাৰ সমাজৰ ওপৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছে। বৰুৱাৰ প্ৰচাৰ কাৰ্য্যৰ ফলত সত্ৰৰ সমবায় পদ্ধতিলৈ অজ্ঞতাৰ দোষত ৰাইজৰ যি অৱহেলা হৈছিল, এতিয়া বহুতে সেইপিনে সজাগ হৈছে।

"সাংস্কৃতিক জীৱনত, ধৰ্ম্মীয় জীৱনত, অৰ্থনৈতিক জীৱনত, বৰপেটাৰ সম্পত্তি আছিল অসীম, কিন্তু আমি সেই সম্পত্তি হেৰুৱাইছো। মহাপুৰুষ দুজনে দিয়া ঐতিহ্যৰ উত্তৰাধিকাৰী হৈয়ো আমি নিজকে পাহৰিছো। হেৰোৱা সম্পদ আমি ফিৰাই আনিব লাগে।"

সমবায়ৰ কৰ্ম্মীসকলক বৰুৱাই এইদৰেই কয়। তেওঁৰ জীৱনলৈ এতিয়া শান্তি আহিছে। দয়ানন্দ দাসে এতিয়া আগৰ দৰেই সাহিত্য চৰ্চ্চাত লাগিছে। তেওঁৰ মনলৈও এটি নতুন প্ৰেৰণা আহিছে। দীপকলৈ তেওঁৰ মৰম জন্মে, এই উৎসাহী ডেকা ল'ৰাটিয়েই কেনেকৈ কি আহুদিৰে যে তেওঁক পুনৰ সাহিত্য ক্ষেত্ৰলৈ নমাই আনিলে



তেওঁ ভাবি নাপায়। দাসে ভায়েকৰ পৰা এতিয়া প্ৰতি মাহতেই কিছু অৰ্থ সাহায্য পাই উশাহ পাইছে।

দীপকে সুযোগ বুজি ইপিনে সিপিনে ঘূৰি ফুৰিলেও বৰপেটাৰ ড্ৰাইভাৰ, গাৰোৱান, ৰিক্‌চাৱালা আৰু হাটুৰৈসকলক একত্ৰিত কৰি এখন সংঘ গঠন কৰি জীৱন ধাৰাৰ পদ্ধতি এটি তেওঁলোকৰ আগত দাঙি ধৰিলে। গোৱৰ্দ্ধনালৈ গৈ পাম পতা কথাটো তেওঁ এতিয়া একৰকম পৰিত্যাগেই কৰিছে, সেই জীৱনটো যেন কিবা এটি সংঘাত বিহীন।

এদিন সমবায়ত দীপকক লগ পাই প্ৰতিজ্ঞাই সুধিলে "কি এ-বাপা, কিনো ক'ৰছা এ? তোক বলে বৰুৱাই ইয়াৰ অফিচ চলাব কৈছিল, কিয় নুসুমলি?"

"আছো দেচোন কাকা, দৰকাৰ হলে সোমাম দে।" দীপকে কয়।

"বাপা তই মোক নৰকৰ পৰা স্বৰ্গক আনুছা। বৰুৱা এটা দেৱদূত। বাৰী বিধবা, ভিক্ষুক, বাট বনুৱা সকলোকে তেওঁ মাহ্‌নোৰ মৰ্য্যাদা দান ক'ৰছে। ভগৱন্তে তেওঁক কৃপা ক'ৰবো।"

এটি সেপ ধুকি প্ৰতিজ্ঞাই পুনৰ কয়, "অমৰ উকিল, ক্ষমা উকিল, আহুন কোতে বাপা? বেটাহঁতৰ ক্ষমতা ৰাষ্টাৰ শিল ভাঙনি ভাঙৰা পাৰ্‌লো হয়, তেহে।" মুখখন তাৰ কিছু ৰঙা পৰে।

দীপকে হাঁহিলে।

'কি কৰি বাপা, বুকুৰ শুখনা ঘাৱ কাচা হৈ যায়।"

"ভাঙৰা নালগে যা কাকা, আপনা আপনি ভাঙি পৰবা লাগছে।" দীপকে কয়।

"ধৰ্ম্ম আছে এ বাপা, ধৰ্ম্ম আছে।"

"থিক।"

"পাছে বাপা, পিতেও বুঢ়া হৈ আহিল তেওঁক অলপ সাহায্য কৰ। কিবা কাম কাজত লাগ।"

দীপকে লাহেকৈ হাঁহি-কয়, "বিনা কাৰ্য্যত ঘূৰা নাই। মোৰ পৰিয়ালৰ কাম নহলেও দহজনৰ হৈছে।"

"দে, ভগৱন্তে তোৰ ভাল কৰক বাপা। ৰূপম বৰুৱাৰ খবৰ পাইছা ?"

"পাইছো। তেওঁলোকৰ ভালেই।"

"বৰ ভাল মানুহ দে বাপা। পৰিবাৰজনী লক্ষ্মীসদৃশ। আমাৰ বৰুৱাৰ হিংসাতেই বলে অমৰ দানৰে তেওঁক বদলি কৰাইছে।"

প্ৰতিজ্ঞাৰ গাটো গৰম হৈ আহে। দীপকে হাঁহে। দুয়ো মেলানি লয়।

মাঘৰ শেষ। বতৰ বৰ খৰাং। বহুত দিনৰ পৰাই বৰষুণ নাই। অসমৰ বহুত ঠাইতেই বসন্ত ওলাইছে। জিলাৰ অধিপতিয়ে কামৰূপ জিলাক বসন্ত-পীড়িত অঞ্চল বুলি ঘোষণা কৰিছে। চৰকাৰী উদ্যোগত চাৰিওপিনে টিকা দিয়া কাম আৰম্ভ হৈছে।

বৰপেটাৰ টাউন আৰু ইয়াৰ দাঁতি কাষৰৰ গাৱঁতো এই বেমাৰে দেখা দিছে। বাঘবৰ অঞ্চলৰ ভগনীয়াৰ মাজত এই বেমাৰ কিছু বেছি বুলি জানিব পৰা গৈছে।

বৰুৱাই দীপকৰে সৈতে দুজন কৰ্ম্মী লৈ বাঘবৰৰ পিনে নৱিয়া-পীড়িত অঞ্চল চাবলৈ গ'ল। এইবিলাক ঠাইৰ অভিজ্ঞতা দীপকৰ যথেষ্ট। পলাতক অৱস্থাত থকা সময়তো তেওঁ এই অঞ্চলৰ গাওঁ বিলাকত থাকি খাই ফুৰিছে।

ভগনীয়া-বিলাকৰ মাজত অশিক্ষিত মানুহৰ সংখ্যাই সৰহ। কিছুমানে বাধ্য হৈ খেতিৰ কাম কিছু হাতত লৈছে, বেছি ভাগেই হাটত বস্তু কিনি-বিকি যায়। দুই চাৰি জন মানুহৰ লগত কথা পাতি বৰুৱাই বেমাৰৰ প্ৰতিষেধকৰ কথাবিলাক বুজাই দিয়ে। আজি-কালি অৱশ্যে এই বিষয়ে নজনালোকৰ সংখ্যা অতি তাকৰ। বৰুৱাই তেওঁৰ সাংগঠনিক ফালৰ পৰা তেওঁলোকক বহুত কথাই কয়। ৰোগীৰ নিজ হাতেৰে শুশ্ৰূষাও কৰে।

এইদৰে ঘূৰি ফুৰোতে এজন মানুহৰ পৰা জানিব পাৰিলে যে



অলপ দিন আগতে এজন মানুহ আহি বৰপেটা টাউন একচৌধুৰীচনৰ মাটি দিওঁ বুলি হেনো কেইটামান পৰিয়ালৰ পৰা এশকৈ টকা অগ্ৰিম নিছিল, কিন্তু তাৰ খবৰ আজিলৈ একো নাপালে। এনে কথা শুনি বৰুৱা বৰ আচৰিত হ'ল। টকা নিয়া মানুহজনৰ নামটো সেই মানুহজনে কবলৈ ভয় কৰিলে। দীপকে কিন্তু একো আচৰিত নহল, কাৰণ এনে ব্যৱসায় গাৱঁ অঞ্চলত চলিয়েই থাকে বুলি তেওঁ জানে।

"মাটি খকুৱাৰ পৰা টকা মৰা বৰ সহজ। মাটি পাব বুলি শুনিলেই সিহঁতে ধান-পাট বেচি টকা গোটায় আৰু সেই টকা লৈ যায় অফিচ-আদালত হলং কৰি ফুৰা বুধিয়ক সকলে।"

দীপকৰ কথা শুনি বৰুৱাই মুখেৰে একো নামাতি মাথো মূৰ দুপিয়ায়।

"সিবেলি ৰিজাৰ্ভ খুলি দিয়াৰ হৈ চৈ লাগোতে আমাৰ উ (বৰুৱাৰ পিনে চাই ইংগিত দি ) তেওঁলোকে বহুত মাৰিছে।"

বৰুৱাই "উস্" বুলি উঠে।

তিনিদিন ঘূৰি তেওঁলোক বৰপেটা মুৱা হয়। খোজ কাঢ়ি গৈ বৰপেটা পাওঁতে ৰাতি হ'ল। তেওঁলোক পোনে পোনে গৈ সমবায় পালে। তাতেই বৰুৱা আৰু দীপকে হাত ভৰি ধুই একো পিয়লা চাহ খাই পুখুৰীৰ পাৰতেই বহিল। তেতিয়া জোনটো লাহে লাহে উঠি আহিছে। তেওঁলোকে বৰ বেছিকৈ কথা পতা নাছিল, কাৰণ খোজ কাঢ়ি আহি দুয়ো কিছু ভাগৰিছিল।

খন্তেক নীৰৱে থকাৰ পিছত বৰুৱাই লাহে লাহে কয়, "বুজিছানে, বহুত দিন বাহিৰত থাকি নিজৰ ঠাই বৰপেটাত গঠনমূলক কাম কৰাৰ ভাৰ মোৰ মনত তীব্ৰ হৈ আছে, কিন্তু ইয়াত বাধা বৰ বেছি।"

"অকল ইয়াতেই নহয়, সমগ্ৰ ভাৰততেই সামাজিক বায়ুমণ্ডল বৰ বাক নহয়। সমাজত ভাৱৰ সংঘাত ঘটিছে, আদৰ্শৰ খেলি-মেলি লাগিছে। আমি এটা বাটেদি যাব লাগিব।"

পানীৰ মাজত পৰা জোনাক খিনিলৈ দীপকে চাই থাকে।

"ভাৰতীয় জন-সাধাৰণ এটা বাটেদিয়েই যায়। আমি শিক্ষিত সকলেহে তেওঁলোকৰ বাটৰ খেলি-মেলি লগাই দিওঁ।"

"থিকেই, আমাৰহে কত ৰকমৰ ইজিম, মতবাদ, কিন্তু তেওঁলোকে কোনো ইজিমৰ কথা নাজানে। সৰলতাৰ ওপৰত তেওঁলোকৰ সকলো বিশ্বাস গঢ়ি উঠে।" দীপকে কয়।

ৰিৰৰিৰ কৈ এচাতি বতাহ বৈ আহে। পানীত পৰা জোনাক-খিনি জিলমিলাই উঠে।

"সাহিত্যিক দাস আহি পালে ভাল আছিল। তেওঁৰ ভিতৰ-খনত বহুত বস্তু আছে, সেই বস্তুবোৰ কলমৰ আগত নিজৰি পৰে।" বৰুৱাই এটি তৃপ্তিৰ ভাৰত কয়।

"সংসাৰৰ ঘাত-প্ৰতিঘাতত পৰি তেওঁ কলম এৰিছিলেই। পিছত যি হ'ক, দেশৰ ভাগ্য যে থোৱা কলম তেওঁ পুনৰ হাতত তুলি লৈছে।"

"এই বিষয়ে তোমাৰ কথা তেওঁ কৈছে।"

ছুয়ো মনে মনে থাকে। আকৌ এচাটি জুৰ বতাহ আহি ছুয়োৰো শৰীৰ আৰু মন জুৰাই যায়।

"আমাৰ মাজত লাগে পৰস্পৰে সহযোগ আৰু সহানুভূতি। ব্যক্তি-প্ৰতিভা প্ৰকাশ কৰাত আমি প্ৰত্যেকেই প্ৰত্যেকক সহায় কৰিব লাগে। এই প্ৰতিভা যদি মানুহৰ কল্যাণত লগাব পৰা যায়, তেনেহলে সমাজ উপকৃত হব বিশেষ ভাৱে।"

বৰুৱাৰ কথা শুনি দীপকে ভাৱে তেওঁৰ সক্ৰিয় বৈপ্লৱিক জীৱনৰ কথা। সমাজৰ কল্যাণৰ বাবেই তেওঁ এদিন তেনেকৈ ওলাইছিল, তেতিয়া কি যে এটি আবেগ, কি যে এটি অনুপ্ৰেৰণা, কি যে এটি আকাঙ্ক্ষা! সেই সময়ৰ বন্ধুসকলৰ কথা তেওঁৰ মনত পৰে, কি যে এটি মহান ভাৱত উদবাউল হৈ তেওঁলোকে কৰ্ম্মক্ষেত্ৰত নামি গৈছিল!

জোনৰ কাষেদি বগা মেঘ এচাটি উৰি যায়। দীপকে সেই পিনে চাই থাকে। ক্ষন্তেকৰ পিছতেই তেওঁ চকু ঘূৰায়। কোনোবা এজন



মানুহ অহা দেখা পায়। সাহিত্যিক দাস কিন্তু নহয়, তেওঁ অহা হ'লে দীপকে বৰ ভাল পালেহেতেন।

"কোনোবা আহিছে।"

"হয়।" দীপকে কয়।

মানুহজন আহি ওচৰ চাপে।

"কোন?"

"মইয়ে বাপা।"

ছুয়ো ধনোৰামক জোনাকৰ পোহৰত সুন্দৰকৈ চিনি পালে।

"পাছে কি খবৰ?"

"বাপা তোৰ চিঠিৰ পৰা কাম হৈছে। মোৰ চ'লিটো এ চৰকাৰী পদবী এটা পাইছে ছিলঙতে। বাপা, তই মোৰ জীৱন দান দিছা।" কথাষাৰ কৈয়ে ধনোৰামে বৰুৱাৰ ভৰিত ধৰিবলৈ আগ বাঢ়িলে।

"কি কৰে? কি কৰে? আপুনি বয়সীয়াল মানুহ, নাপায়।" বৰুৱাই তেওঁক তুলি ধৰি বেঞ্চখনতেই বহিবলৈ দিলে।

"চ'লিৰ চাকৰীৰ বাবে নহয় এ বাপা, তোৰ পৰা মই ক্ষমা ভিক্ষা ক'ৰছো।"

আচৰিত হৈ বৰুৱাই সুধিলে, "কি কাৰণত?" দীপকেও কৌতুহলেৰে সেই পিনেই চাই থাকিল।

"বৰ ডাঙৰ কাৰণ বাপা, মোক তই ক্ষমা কৰ।"

"ক্ষমা ক'ৰবা লাগা কি আছে?"

"নহয়, নহয়, বাপা আছে।"

"তেনেহলে ক'ৰিছো।"

"বাপা, অমৰ উকিলৰ পৰা দুশ টকাৰ মুখ দেখি, আজি ছমাহ আগতে তোৰ এই সত্ৰ সদৃশ পৱিত্ৰ অনুষ্ঠানটোত, এদিন ৰাতি, জুই জ্বলে দিবা মই মনে মনে আহ্‌ইছিলো। তেওঁ মোৰ চ'লিটোক হাকিম কৰিও দিম বুলি কৈছিল। কিন্তু বাপা, ভগৱন্তে মোক কি

এটা ধাক্কা মাৰি দিলাক, জুই দিবা আহি মই ফিৰি গেলো। অমৰ পিশাচে মোক বুৰ্ব্বক বলি গালি পাৰ্লাক।"

বৰুৱাৰ যেন মুখৰ মাত হৰিল। মুৰব ছুলি পাক ধকৃধকিয়া হোৱা, দাঁত ছুই চাৰিটিও মেলানি মগা, সদায় সভা-সমিতিত ভাল কথা কৈ ফুৰা অমৰ দাসে এজন সৰল মানুহক এনে কু-কাৰ্য্যলৈ উদগাব পাৰে তেওঁ সপোনতো ভাবিব পৰা নাছিল।

দীপকে কিন্তু বিশেষ আচৰিত নহল, কাৰণ জীৱনৰ অভিজ্ঞতা তেওঁৰ নানা ফালেদি আছে। ভাল-বেয়া, অধম-মধ্যম, চোৰ-দগাবাজ, বহুত মানুহকেই তেওঁ জীৱনত লগ পাইছে।

"তাৰ পাছত কি হ'ল?" বৰুৱাৰ মুখৰ পৰা মাত এযাৰ ওলাই পৰিল।

"তাৰ পাছত কি হব বাপা, মই নৰাধমৰ শাৰীৰ পৰা ৰক্ষা পৰ্লো; ভগৱন্তে মোক বাচলাক। তোক কিন্তু বাপা সি হিংসা ক'ৰ্লিও তোক জানে তই কেনে মানুহ। দীপক বাপাৰ ওপৰতো তেওঁৰ বৰ খং আছে। কিন্তু তোহোন যে তেওঁক ভয় বা খাটিৰ নক্ৰা, সিটো কথা তেওঁ ভালকেন জানে।"

"বহক।"

"নবহো দে বাপা। মোৰ অৱস্থা—দিন ভিক্ষা প্ৰাণ ৰক্ষা। চ'লিটোৰ দিহা কৰি দিলি যেথেন, মইয়ো তোৰ ইয়াতে কুলি কাম কৰিম দে।"

বৰুৱাই হাঁহি উত্তৰ দিলে, "আমাকতো কুলি নালাগে, কৰ্ম্মীহে লাগে।"

"যি নামতে নহক, মই ইয়াত খাটিম, বুকৰ তেজ দি খাটিম।"

"খুব ভাল কথা, বৰ আনন্দৰ কথা। আহক, সকলো আহক। সমাজৰ শোষণ আৰু দৰিদ্ৰতা মোচনৰ বাবেই এই অনুষ্ঠান।" বৰুৱাই কয়।



"মই আহিম দে বাপা।" বুলি কৈ ধনোৰামে বেগাই খোজ ললে।

ধনোৰাম যোৱাৰ পিছত কিছু সময় ছুয়োৰো মাত বোল নাছিল। প্ৰিছুত দীপকে সেই নীৰৱতা ভঙ্গ কৰি মাত লগালে, "শুনিলে? বাহিৰত কিন্তু তেওঁলোকেই সমাজক শোধন কৰি ফুৰে।"

"বৰ আচৰিত। ধনোৰামে ভুৱা দিয়া নাইতো?"

"সম্পূৰ্ণ সঁচা কথা। সিহঁতে কৰিব নোৱাৰা কাম একো নাই। এই বিলাক বিষয়ত মোৰ বিভিন্ন অভিজ্ঞতা আছে। ইহঁত সমাজৰ শত্ৰু। কিন্তু ভাও দি ফুৰিছে মিত্ৰৰূপে। ইহঁত স্বাৰ্থপৰ, কিন্তু ক্ষমতাশালী।"

ভাবি ভাবি বৰুৱাই লেনাই কলে, "অৱশ্যে হয়, কিন্তু আমি সমাজ গঢ়িবলৈ ওলাইছো, গতিকেই এইবিলাকৰ সন্মুখীন হোৱাতো স্বাভাৱিক।"

"আমাৰ কাম পৰি নাথাকে। আমি আগ বাঢ়িম, দ্ৰুত গতিত আগ বাঢ়িম।" আশাৰ সুৰত দীপকে কয়।

এচাটি জুৰ বতাহ বৈ আহে। গছৰ পাতবিলাক লৰে। পুখুৰীৰ পানীত সৰু সৰু ঢৌ উঠে। আকৌ জোনাকৰ শুভ্ৰ পোহৰবোৰ সেই ঢৌ বিলাকৰ মাজত সোমাই জিল্মিলাই উঠে। বৰুৱা আৰু দীপকে সেই মনোৰম দৃশ্যটিলৈ ৰ লাগি চাই থাকে।

**সমাপ্ত**